প্রকাশক :
শ্ৰীবিচিত্ৰনাৰায়ণ দত্ত বৰুৱা, বি-এল
**লয়াৰ্ছ বুক ষ্টল**
গুৱাহাটী, অসম।

প্ৰথম প্ৰকাশ ১৯৬৯

মূল্য : তিনি টকা



মুদ্ৰক :
শ্ৰীকালীচৰণ পাল
**নবজীৱন প্ৰেছ**
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

মোৰ অন্যান্য ৰচনাৰ দৰে এই উপন্যাসৰো কাহিনী আৰু চৰিত্ৰসমূহ সম্পূৰ্ণ মনে-গঢ়া।

উপন্যাসখন আগ্ৰহেৰে প্ৰকাশৰ দায়িত্ব লোৱা বাবে শ্ৰদ্ধেয় শ্ৰীযুত বিচিত্ৰনাৰায়ণ দত্তবৰুৱাদেৱলৈ আন্তৰিক কৃতজ্ঞতা জনালোঁ।

—লিখক

মোৰ কন্যা শ্ৰীমতী 'পাকুমণি'ৰ হাতত

## এক

মানুহৰ হেনো বুঢ়া হলে প্ৰকৃতি লৰে।

কথাষাৰ বিশ্বলোক গোস্বামীৰ ক্ষেত্ৰত কিমানখিনি ৰজিতা খায় ক'ব নোৱাৰোঁ, কিন্তু পুতেক-জীয়েকহঁতে একপ্ৰকাৰ খাটাঙেই কৰি পেলাইছে যে নৌ তিনিকুৰি বছৰ হওঁতেই দেউতাকৰ প্ৰকৃতি লৰিল। নহলেনো গোট ঘৰখনে ইমান হকা-বধা কৰা সত্বেও তেওঁ একেটা কথাতে জোক লগাদি লাগি থাকিলহেঁতেন নে?

দেউতাকৰ মতি-গতি দেখি বেছ বুজিব পৰা গৈছে—সেই ঘৰ মানুহৰ লগত তেওঁ সম্বন্ধ কৰিহে এৰিব; তেহেলৈ ল'ৰা-ছোৱালীৰ সন্মতি থাককেই বা নেথাককেই।

তেওঁৰ এই অবিচলিত সিদ্ধান্তৰ ওপৰত এতিয়া হকা-বধাই বা কৰা যায় কেনেকৈ? কৰিব পৰা খিনিতো ইতিমধ্যে কৰা হৈছেই! ইমানতো যদি··· ··· ···

দেউতাকৰ অলৰ-অচৰ মনোভাৱ লক্ষ্য কৰিয়ে বৰপুতেক অবনে মাকক ক'লে—"তহঁতে যি কৰ কৰি থাক মা, মই আৰু এই বিষয়ত এটা শব্দও নকওঁ। সকলো জানি-বুজিও তহঁতে যেতিয়া তাইৰ ইচ্ছাৰ প্ৰতিকূলে কাম কৰিবলৈ ওলাইছ, মই আৰু ইয়াৰ মাজত নথকাই ভাল।"

বৰ পুতেকৰ গভীৰ ক্ষোভ আৰু অসন্তুষ্টিপূৰ্ণ কথাকিটাৰ উত্তৰত মাকে ম্লান মুখেৰে ক'লে—"মোকনো আক' দোষ দিছ কেলেই? মই জানো দেউতাৰক আগবাঢ়িবলৈ কৈছোঁ? মোৰ কথা নুশুনিলে কৰিম কি?"

"তেনেহলে দেউতাক জনাই দিবি, এই বিয়া তেখেতে অকলেই পাতক, আমি কোনেও তাত যোগ নিদিওঁ।"

ঠিক একেকিটা কথাকে সৰুপুতেক তপনেও ক'লে—"মা, দেউতাই এইবোৰ কি কৰিবলৈ ওলাইছে ক'ব নোৱাৰোঁ। মই কিন্তু এতিয়াই কৈ দিছোঁ, এই বিয়া তহঁতে যদি সঁচাকৈয়ে পাতিব খুজিছ, পাত; কিন্তু মোক হলে নেপাবি। মোৰ পৰা কোনো সহায়-সমৰ্থনো আশা নকৰিবি।"

আৰু সুৰঞ্জনা!

তাই নিজেও একাধিকবাৰ আপত্তি দৰ্শালেঃ "চা মা, মই তোৰ আগত সকলো কথা ভাঙি-পাতি কৈছোঁ। ইমানতো যদি তহঁত এই বিষয়ত আগবাঢ় তেন্তে সেইখন বিয়া নহে আন কিবাহে হবগৈ।"

দুয়োটা পুতেক আৰু নুমলীয়া জীয়েকৰ পৰা একে ধৰণৰে অভিযোগশুনি মাকৰ উদ্বিগ্ন মন বেছি উদ্বিগ্ন হৈ উঠিল। পুতেক-জীয়েকহঁতক কোনো প্ৰকাৰে আশ্বস্ত কৰিব নোৱাৰি তেওঁ আকৌ স্বামীৰ ওচৰ চাপিল।

বৰ সকৰুণভাৱে তেওঁ স্বামীৰ ওচৰত আকৌ অনুনয় কৰিলেঃ "আপুনি কি কৰিবলৈ আগবাঢ়িছে একো বুজিব পৰা নাই। তাইৰ কাৰণে ল'ৰাৰ কি অভাৱ হৈছে কওকচোন? আপোনাক বাৰে বাৰে কৈছোঁ, তাইৰ কাৰণে ইমান খৰখেদা কৰিবৰ কোনো দৰকাৰ নাই। মাত্ৰ এটা বছৰ; এই বছৰটো গলেই তাই কলেজৰপৰা ওলাব। যদি বি-এ-টো যেনেতেনে পাছ কৰিব পাৰে অনুপমতকৈ ভাল ল'ৰাই আমি পাম।... ... ...আৰু চাওকচোন, অনুপমক তাই সেই দিনা নিজেই অপমান কৰি পঠাই দিছে। এনেস্থলত আকৌ তাৰ লগতে... ... ..."

যি অবিচল দৃঢ়তা আৰু অপ্ৰতিহত উদ্যমেৰে জীয়েকৰ বিয়াৰ আয়োজনত খোজ পেলাইছিল, তাৰ একবিন্দুও ক্ষুণ্ণ হবলৈ নিদি অৱসৰপ্ৰাপ্ত চৰকাৰী চাকৰিয়াল বিশ্বলোক গোস্বামীয়ে কলে—

"তোমালোকে দেখিছোঁ গোটেইখনে গোটপিট খাই মোক বলিয়াহে কৰিবা! বাৰু কোৱাচোন, এটা বছৰ যেনিবা অপেক্ষা কৰিলোঁৱেই, তোমাৰ জীয়েৰায়ো সুখ্যাতিৰে বি-এ পাছ কৰিলে, তাৰপৰা তাই তোমালোকক কি সোণৰ সোলেংটো ঘটি দিব? তোমাৰ আগৰ দুজনী জীয়েৰাক জানো বি-এ, এম-এ পাছ কৰাইছিলা? ক'তা, সিহঁতক দেখোন কলেজত ভৰিকে দিবলৈ নিদিলা? এইৰ বেলিকা ইমান



বিধি-পথালি দিবৰ কি প্ৰয়োজন পৰিছে, মই একো বুজিব পৰা নাই!"

"আপুনি নুবুজাতো স্বাভাৱিক কথা; যিহেতু আপোনাৰ মনৰ মাজত এতিয়া মাথোন এটাই স্বপ্নঃ সেইঘৰ মানুহলৈ তাইক দিলে আপুনি এঘৰ অৱস্থাপন্ন মিতিৰ পাব, এটা সুশিক্ষিত ধনবান জোঁৱাই পাব। কিন্তু আপুনি বোধকৰোঁ ভুলতো এবাৰ ভাবি চোৱা নাই, যিঘৰ মানুহৰ লগত আপুনি বৈবাহিক সূত্ৰেৰে সম্বন্ধ স্থাপন কৰিবলৈ ওলাইছে, সেইঘৰ মানুহৰ আচৰণ আমাতকৈ বহুত বেলেগ। বেছি নকওঁ, নিজৰ পুতেকলৈ বুলি যিজন মানুহে ছোৱালী বিয়া কৰাব, তেওঁ এবাৰ ফুৰাৰ চলেৰে হলেও আমাৰ ঘৰলৈ অহা নাই।"

এইবুলি খন্তেক বৈ কিবা এটা ভাবি গোস্বামীৰ ঘৈণীয়েকে আকৌ কৈছিল—"সেইটো সেয়ে, দ্বিতীয়তে আপুনি যে কৈছে, আগৰ দুজনী ছোৱালীৰ বেলিকা পঢ়াৰ বিষয়ত কোনো কথা নুতুলি এইৰ ক্ষেত্ৰত ইমান জোৰ দিছোঁ কিয়? আপুনি নিশ্চয় জানে যে কণু আৰু অনুতকৈ জুনু পঢ়াত বহুগুণে ভাল। মেট্ৰিকো তাই পাছ কৰিছে ছেকেণ্ড ডিভিজনত। কলেজতো কোনো এটা পৰীক্ষাতে এতিয়ালৈকে বেয়া কৰা নাই। এনেস্থলত... ... ..."

কিন্তু গোস্বামীয়ে ঘৈণীয়েকৰ কথাৰ ওপৰত কোনো গুৰুত্ব আৰোপ নকৰিলে। সেইবোৰ কথাত কোনো গুৰুত্ব নিদি তেওঁ একেই দৃঢ়তাৰে কলে—"সেইবোৰ বাদ দিয়া। তোমাৰ আগৰ দুজনী জীয়েৰাৰ কথা ভাবা। সিহঁতে কলেজ কি নেদেখিলেই; সেইবুলি সিহঁত অপাত্ৰত পৰিবলগীয়া হ'ল নেকি? বৰঞ্চ আমি ভবাতকৈ এতিয়া সিহঁত সুখতহে আছে। এই যে ইমানখিনি আগবাঢ়ি থৈছে, এয়ে বহুত। ইয়াতকৈ আৰু বেছি শিক্ষা ছোৱালীক নহলেও হব। যদি তাৰ প্ৰয়োজন হ'লহেঁতেন অনুপমে নিজেই আগ্ৰহ কৰিলেহেঁতেন। সিতো একো কোৱা নাই! সেয়ে কৈছোঁ, সেইবোৰ বাজে ভাবনা বাদ দিয়া। মূঠ কথা—অনুপমৰ মাক-বাপেকৰ আগত মই কথা দি আহিছোঁ—মোৰ ছোৱালী এই আঘোণতে বিয়া দিম; আৰু সেই বিয়া হব তেওঁলোকৰ ল'ৰাৰ লগত। এতিয়া যদি মই আকৌ এটা বছৰ অপেক্ষা কৰাৰ কথা কওঁ কিম্বা তেওঁলোকৰ লগত গঢ়ি তুলিব খোজা সম্পৰ্ক নাকচ

কৰাৰ প্ৰস্তাৱ কৰোঁ, মই আৰু তেওঁলোকৰ আগত নাক উলিয়াব নোৱাৰোঁ। মই মৰি যাম।"

স্বামীৰ সেই আত্মপ্ৰত্যয়পূৰ্ণ কথাৰ ওপৰত প্ৰতিবাদ কৰিবলৈ সুৰঞ্জনাহঁতৰ মাকৰ সাহস নহ'ল। তেওঁৰ মনৰ মাজত বহুতো প্ৰশ্নই ভীৰ লগাই দি তেওঁক অতিষ্ঠ কৰি তুলিলে।

এটা আত্মবিবদমান, অশান্ত মন লৈ তেওঁ স্বামীৰ কাষৰপৰা আঁতৰি আহিল।

তেওঁৰ মূৰটো বেছিকৈ আচন্দ্ৰাই কৰিব ধৰিলে।

# দুই

বিশ্বলোক গোস্বামীয়ে চাকৰি কৰিছিল ইয়াৰে ইউনাইটেড বেঙ্কত।

প্ৰায় ত্ৰিশ বছৰকাল একেটা অফিচৰে বিভিন্ন বিভাগত প্ৰশংসনীয় দক্ষতাৰে কাম কৰাৰ পিচত আজি কেইমাহমান আগতে মাথোন অৱসৰ গ্ৰহণ কৰিছে।

বয়সেদি আঢ়ৈ কুৰিৰ দেওনা অতিক্ৰম কৰি গলেও গোস্বামীৰ স্বাস্থ্য আৰু চেহেৰা পিছে এতিয়াও গৌৰৱ কৰিব পৰাকৈয়ে উজ্জ্বল হৈ আছে।

গুৰিৰ ফালে দাঁত দুটা-এটা লৰিছে যদিও এতিয়ালৈকে এটাও সৰা নাই। তাৰ ঘাই কাৰণ বোধহয় দাঁতৰ প্ৰতি তেওঁ সৰুৰে পৰা অৱলম্বন কৰি অহা অশেষ সাৱধানতা।

অৱশ্যে মূৰৰ চুলি কেইডাল অশেষ চেষ্টা কৰিও তেওঁ ঠিকে ৰাখিব নোৱাৰিলে। কপালৰ পৰা প্ৰায় তিনি আঙুলমানলৈ চুলি নাই; সৰিল। পিচৰ ফালে যি কেইডাল আছে, তাৰো প্ৰায় বোৰেই ৰূপালী বৰণ ধৰিছে।

কিন্তু দাঁত নসৰা কাৰণে আৰু টান অসুখ-বিসুখ একো নোহোৱা কাৰণে মুখৰ চেহেৰা এতিয়াও পঁয়ত্ৰিশ-চল্লিশ বছৰীয়া নিৰোগী মানুহৰ দৰেই হৈ আছে।

তেওঁৰ এতিয়াৰ স্বাস্থ্য দেখিলে যি কোনো মানুহে ক'ব—এসময়ত তেওঁ বেছ কৰ্মঠ পুৰুষ আছিল।

চকুত চচ্‌মা লোৱাও গোস্বামীৰ বেছি দিন হোৱা নাই; চাকৰিৰ পৰা অৱসৰ লোৱাৰ পাঁচ বছৰমান আগৰ পৰাহে তেওঁক চচ্‌মা পিন্ধা সকলোৱে দেখে। তাৰ আগতে খালি চকুৰেই তেওঁ সকলো কাম কৰিছিল।

এতিয়া পিছে অনবৰতেই চচ্‌মাযোৰ থাকে চকুত।

ঘনিষ্ঠ সূত্ৰৰপৰা শুনা যায়—গোস্বামী হেনো সৰুৰেপৰাই বৰ

আশাবাদী আৰু উচ্চাকাঙ্ক্ষী মানুহ আছিল। পঢ়াশুনাতো ভাল আছিল। কিন্তু দেউতাকৰ আৰ্থিক অক্ষমতা আৰু তেনে পৰ্য্যায়ৰ পাৰিবাৰিক দুৰ্বলতাৰ কাৰণেই কলেজত দুটা বছৰ পঢ়ি শিক্ষা ইতি কৰিবলগীয়া হ'ল।

আধাডুখৰীয়াকৈ শিক্ষা সমাপ্ত কৰি গোস্বামী চাকৰিত সোমাল। ক্ৰমে ক্ৰমে চাকৰিত উন্নতি কৰি গ'ল। সন্মান বাঢ়িল, টকা বাঢ়িল। এদিন বিয়াও কৰালে।

তেওঁৰ বিয়াৰ সময়তো দেউতাক জীৱিত আছিল। নাছিল কেৱল মাক। মাকক তেওঁ কেঁচুৱা অৱস্থাতেই হেৰুৱাইছিল।

বিবাহিত জীৱনৰ পৰিপূৰ্ণ তৃপ্তি আৰু স্বচ্ছন্দতাৰ মাজেদি দুটা বছৰ পাৰ হবলৈ পাওঁ নেপাওঁতেই তেওঁৰ সংসাৰলৈ আহিল অৱন।

অৱনৰ পিচত আহিল ৰঞ্জনা। ৰঞ্জনাৰ পিচত অঞ্জনা। আৰু অঞ্জনাৰ পিচতেই আহিল সুৰঞ্জনা।

তপন, সুৰঞ্জনাতকৈ কিছু পিচত আহিছিল।

বৰল'বা অৱনে বি-কম পাছ কৰি স্থানীয় এটা সদাগৰী অফিচত একাউন্টেন্টৰ কামত সোমাল। অৱশ্যে অন্য অফিচতো তেওঁ কাম কৰিব পাৰিলেহেঁতেন; কিন্তু তাৰ কাৰণে অৱনে বিশেষ চেষ্টা নকৰিলে। তাতে ইয়াত দৰমহা-পাতিও বেছ ভাল।

এতিয়া তেওঁৰ উপাৰ্জনৰ ওপৰতেই ঘৰখন চলে।

এবছৰমানৰ আগতে তেওঁ বিয়াও কৰালে। বেছ ভাল ছোৱালীয়ে পালে অৱনে। তেওঁৰ তলৰ ৰঞ্জনা আৰু অঞ্জনাক তেওঁৰ বিয়াৰ পূৰ্বেই উলিয়াই দিয়া হৈছিল।

এতিয়া বাকী আছে কেৱল সৰুভনীয়েক সুৰঞ্জনা।

তাই বৰ্তমান কলেজৰ শেষ বাৰ্ষিকত। তপন প্ৰাক্-বিশ্ববিদ্যালয় শ্ৰেণীত।

গোস্বামীৰ কেউটা ল'ৰা-ছোৱালীৰ ভিতৰত সুৰঞ্জনা আৰু তপনেই পঢ়াত বেছি ভাল। অৱশ্যে অৱনো বেয়া নাছিল; কিন্তু কলেজৰ শেষ পৰীক্ষাত তেওঁ কাণত-কাণ মাৰিহে উত্তীৰ্ণ হয়। সুৰঞ্জনাৰ ওপৰৰ ৰঞ্জনা আৰু অঞ্জনায়ো কোনোমতেহে প্ৰবেশিকাৰ দেওনাখন পাৰ হবলৈ সক্ষম হয়।



গতিকে সুৰঞ্জনা আৰু তপনৰ ওপৰত সকলোৰে আশা।

কিন্তু সেই আশা কিমানদূৰ সফল হয়গৈ কোনে জানে?

দেউতাকে সুৰঞ্জনাৰ বিয়াৰ কাৰণে ইতিমধ্যে উঠি-পৰি লাগিছেই। তেওঁ হেনো এই আঘোণতে সুমলীয়া জীয়েকক বিয়া দিবই। নহলে মিতিৰ পাতিব খোজা সেই মানুহ ঘৰৰ ওচৰত তেওঁৰ সন্মান নেথাকিব।

গতিকে সেইটো কথা লৈয়ে আজি কিছু দিনৰ পৰা ঘৰখনত অশান্তি। গোস্বামীৰ বাহিৰে সুৰঞ্জনাক এই আঘোণতে, ইমান খৰখেদাকৈ উলিয়াই দিবলৈ কাৰো ইচ্ছা নাই। কাৰণ, এইটো বছৰ অপেক্ষা কৰিলেই তাই কলেজৰ পৰা ওলাব পাৰিব। তাইয়ে একে বছৰতে পাছ কৰি যাব পাৰিব, সেই বিষয়ে অৱন-তপনহঁত নিঃসন্দেহ।

আগতে আমাৰ মানুহৰ মনত এটা ভুল সংস্কাৰ আছিল, ছোৱালীক বেছি পঢ়ুৱাই একো লাভ নাই। নিজৰ নামটো ভাল দৰে লিখিব পৰা হলেই যথেষ্ট। পঢ়ি-শুনি কেইজনী ছোৱালীয়েনো দেশৰ মুখ উজলাব পাৰিছে? লাও যিমানেই ডাঙৰ নহক, সদায়ে পাতৰ তল।

কিন্তু আজিকালি সেইদৰে ভবাৰ দিন নাই। আজিৰ দিনত ল'ৰাই যিমান পঢ়িব পাৰে, ছোৱালীয়েও পাৰে। ল'ৰাক পঢ়িবলৈ যিমান সুবিধা দিয়া হয়, ছোৱালীকো দিয়া হয় সিমানেই। দিয়াটো অকল প্ৰয়োজনেই নহয়, আজিৰ যুগৰ সি এটা দাবী।

পঢ়াত সিমান সুবিধা নাছিল কাৰণেই আৰু অৱন-তপনহঁতেও তেতিয়া জোৰ দি একো ক'ব পৰা নাছিল কাৰণেই ৰঞ্জনা আৰু অঞ্জনাই কলেজৰ চৌহদতে ভৰি দিবলৈ নেপালে।

কিন্তু এতিয়া সেইটো নহয়, অৱন-তপনহঁতে এতিয়া বহু কথা জোৰ দি কব পৰা হৈছে, ভনীয়েকৰ ওপৰত অধিকাৰ সাব্যস্ত কৰিবলৈ মানসিকভাৱে প্ৰস্তুত হব পাৰিছে।

অৱন-তপনহঁতৰ ইচ্ছা, আগৰ দুজনীয়ে নোৱাৰিলে নাই; কিন্তু সৰু ভনীয়েকক সেইখিনি সুবিধা দিবই লাগিব। বি-এ পৰীক্ষা হৈ নোযোৱালৈকে তাইৰ বিয়াৰ কথা মুঠেই ভাবিব নোৱাৰি। কোনে জানে, তাইৰ ভাগ্যত কিজানি অনুপমতকৈ বহুগুণে ভাল ল'ৰাই আছে।

কিন্তু এইখিনি কথাকে অৱনহঁতে দেউতাকৰ আগত পোনপটীয়াকৈ

ক'ব নোৱাৰি মাকৰ হতুৱাই কোৱাইছে। কাৰণ তেওঁলোকৰ ধাৰণা, মাকৰ এষাৰ কথাত দেউতাকে যিমান গুৰুত্ব দিব, ল'ৰা মানুহৰ মুখৰ কথা বুলি তেওঁলোকৰ কথাত সিমান গুৰুত্ব নিদিয়ে।

তথাপিও অবনে দেউতাকৰ সতে সেই বিষয়ে কথা পাতিছিল। তাৰপৰা কোনো সুফল নধৰাতহে তেওঁ মাকক বেছি জোৰ দিলে দেউতাকক বুজাবলৈ।

পিছে যিটো সহজে কাৰ্য্যকৰী হব বুলি ভবা হৈছিল, মূৰকত সি ওলোটাটোহে হ'লগৈ। মাকৰ মুখৰপৰা অবনহঁতে শুনিবলৈ পালে, দেউতাকৰ মতৰ কোনো পৰিবৰ্তন হোৱা নাই; আৰু সহজে হোৱাৰ সম্ভাৱনাও নাই।

এই কথা শুনাৰ পিচৰপৰাই অবনহঁতে থিৰাং কৰিবলৈ বাধ্য হ'ল যে দেউতাকৰ প্ৰকৃতি সঁচাকৈয়ে লৰিছে, নহলে গোটেই ঘৰখনৰ আপত্তিলৈকো তেওঁ অকণো ভ্ৰূক্ষেপ নকৰাকৈ থাকিব পাৰিলেহেঁতেন নে?

কিন্তু এয়া কি কৰিব খুজিছে দেউতাকে?

নুমলীয়া জীয়েকৰ তেওঁ সঁচাকৈয়ে মঙ্গল কামনা কৰিছেনে, তাইৰ জীৱনটো নষ্ট কৰিবলৈ ওলাইছে? যদি আগৰটোকে কৰিবলৈ ওলাইছে তেন্তে তেওঁৰ সক্ৰিয় চেষ্টাৰ দ্বাৰা সেয়া সম্ভৱ হব জানো?

সন্মান!

নিজৰ সন্মানটোৰ কথা যে তেওঁ ইমানকৈ ভাবিছে, কেলেই, সন্মানটো যাতে হেৰুৱাব লগীয়া নহয় তাৰ চিন্তা আগতে নকৰিলে কিয়? ঘৰখনৰ কাৰো মতামত নোলোৱাকৈ তেওঁ কিয় একেকোবে কথা দি আহিল?

এইখন নগৰৰ পৰা প্ৰায় পঞ্চাশ কিলোমিটাৰ নিলগৰ যিখন ব্যৱসায়-প্ৰধান নগৰৰ ওচৰ-কাষৰীয়া এখন গাঁৱৰ এঘৰ মানুহৰ লগত সুৰঞ্জনাৰ বিয়াৰ কথা-বাৰ্তা চলিছে, সেইঘৰ মানুহৰ অৱস্থা গোস্বামীহঁতৰতকৈ আপেক্ষিকভাৱে বহুত উন্নত। কবলৈ গলে খেতিয়ে-মাটিয়ে, ঘৰে-দুৱাৰে গাওঁখনৰ ভিতৰত সেইঘৰ মানুহেই আটাইতকৈ চহকী।

অৱশ্যে অনুপমহঁতৰ ঘৰত উপস্থিত হোৱাৰ আগমুহূৰ্ত লৈকে গোস্বামীয়ে সেই কথা সিমান বিশ্বাস কৰিব পৰা নাছিল। নিজৰ ঘৰৰ অৱস্থাৰ বিষয়ে অনুপমে এগুণত দুগুণকৈ বঢ়াই কোৱা বুলি ভাবিছিল।



কিন্তু সেইখিনি গৈ পাই গোস্বামীৰ মন সঁচাকৈয়ে উৎফুল্ল হৈ উঠিল। তাতে অনুপমৰ মাক-দেউতাক আৰু ককায়েকৰ আদৰ-অভ্যৰ্থনায়ো তেওঁক অতি মুগ্ধ কৰিছিল। তেওঁ তেতিয়াই মনে মনে ঠিক কৰিছিল: যদি জোৰা-সম্বন্ধই কোনো বিঘিনি নজন্মায় তেন্তে এইঘৰ মানুহ তেওঁ কেতিয়াও নেৰে।

অনুপমৰ দেউতাক গোপীকান্ত শৰ্মা আৰু তেওঁৰ বৰপুতেক কন্দৰ্পৰ সতে নুমলীয়া জীয়েকৰ বিয়াৰ বিষয়ে প্ৰাথমিক আলোচনা হবৰ দিনা গোস্বামীয়ে তেওঁলোকৰ ঘৰৰ লগত গঢ়ি উঠা অনুপমৰ সৌহাৰ্দ্যৰ কথা গৰ্ব্বেৰে উল্লেখ কৰি কৈছিল—"ল'ৰাৰ মতামতৰ বিষয়ে আপোনালোকে একো চিন্তাই কৰিব নেলাগে। আমাৰ ঘৰৰ লগত তাৰ সম্বন্ধ অতি মধুৰ। আমাৰ ছোৱালীকো সি বঢ়িয়াকৈ জানে।"

গোস্বামীৰ কথাৰ শেষত গোপীকান্ত শৰ্মাই কৈছিল—"বৰ ভাল কথা, ল'ৰাৰ পছন্দ হলে আমাৰ একো মাতিবলগীয়া নাই। আজিকালি গাৰ্জেনৰ ইচ্ছাতকৈ ল'ৰাৰ ইচ্ছাহে বেছি ডাঙৰ। হব, হব, তাৰ মত থাকিলে বিয়া হবই।"

জীয়েকৰ সোঁৱৰণীখন গোস্বামীয়ে লগতে লৈ গৈছিল—কিজানি তাত দৰকাৰেই হয়। দৰকাৰ হলো সঁচাকৈয়ে।

গোপীকান্ত শৰ্মাৰ সদিচ্ছানুক্ৰমে তেওঁ অনুপমৰ সোঁৱৰণীৰ লগত জীয়েকৰ সোঁৱৰণীখন মিলাই চালে। দুয়োখনেই উত্তম সোঁৱৰণী। জোৰা-সম্বন্ধও বেছ ভালেই অহা যেন পালে গোস্বামীয়ে।

উৎসাহত গোস্বামী গদ্ গদ্ হৈ পৰিল।

উৎসাহৰ আতিশয্যৰে তেওঁ অনুপমৰ দেউতাকক কলে—"তেনেহলে আমাৰ ঘৰলৈ কোনদিনা যোৱা হয়, আগতীয়াকৈ চিঠি এখন দি জনাব। ছোৱালীজনী আনিব যেতিয়া ঘৰখনতো এবাৰ চাই-চিতি আহিব লাগিব—নে কি কয়?"

বুঢ়াই কলে—"সেইটোনো কি কথা হেৰি! ল'ৰাইতো সকলো দেখিছেই। তথাপি যাব লাগে যদি এদিন যাম বাৰু।"

সেয়া আজি তিনিমাহমানৰ আগৰ কথা।

তিনি মাহৰ পূৰ্বে গোস্বামী অনুপমহঁতৰ ঘৰলৈ গৈছিল। অনুপমহঁতৰ ঘৰত এৰাতি কটাই ঘৰলৈ উভতিবৰ সময়ত তেওঁ বুঢ়াক দঢ়াই দঢ়াই

মাতি আহিছিল—এপাক আহি নিজেই ছোৱালীজনী চাই যাবলৈ। ঘৰ-দুৱাৰখন চাই যাবলৈ। কিন্তু বুঢ়া নাহিল। বুঢ়াৰ পৰিবৰ্তে আহি গ'ল বৰপুতেক কন্দৰ্প।

গতিকে সেই এটা কথাৰ কাৰণেও অবনহঁতৰ আক্ষেপ : নিজৰ পুতেকলৈ বিয়া কৰাবলৈ ওলাইছে, অথচ ছোৱালীজনী এবাৰ চাই নগলেহি। এইটো বাৰু কোন দেশৰ কথা ?

# তিনি

তথাপি একোবলৈ মান্তি হব পৰা হ'লহেঁতেন, কিন্তু সেইদিনাৰ ঘটনাটোৱে সকলো পণ্ড কৰি দিলে।

সুৰঞ্জনাৰ মুখৰ পৰা প্ৰথমে মাকে, মাকৰ মুখৰ পৰা অনুপমৰ চাৰিত্ৰিক দুৰ্বলতাৰ কথা জানিবলৈ পাই অবন-তপনহঁত ভীষণ ক্ষুব্ধ হৈ উঠিল।

অবন আৰু তপনে তৎমুহূৰ্তেই ঘোষণা কৰি দিলে : "নাই মা, এই বিয়া কেতিয়াও হব নোৱাৰে। আমি জানি বুজি তাইক একুৱা জ্বলা-জুইত পেলাই দিব নোৱাৰোঁ নহয়।"

ঘটনাটো ঘটিছিল এনেকৈ :

আবেলি নিজৰ পঢ়া-কোঠালীত বহি সুৰঞ্জনাই কলেজৰ কিবা কিতাপ এখন চাই আছিল। আনকালেও আবেলি ফুৰিব-চাকিবলৈ নগলে তাই পঢ়া-কোঠাত সোমাই কিবা এখন পঢ়ি থাকে। ঘৰুৱা কামৰপৰা আজৰি পালেই কিতাপ বা বেজী-সূতা হাতত লোৱা সুৰঞ্জনাৰ পুৰণা অভ্যাস। কেতিয়াবা সেই অৱস্থাতে অনুপম পায়হি।

অনুপম আহিলে তাইৰ কিন্তু একোকে কৰা নহয়। এনে উৎপতীয়া ল'ৰাটো!

সেইদিনাও তাই কিতাপ হাতত লৈ থকা অৱস্থাতে পাইছিলহি অনুপম।

পোনে পোনে বৰঘৰৰ ভিতৰলৈ সোমাই আহি অনুপমে সুৰঞ্জনাৰ মাকক মাতিলে—"মাহীদেউ, অ' মাহীদেউ! নাই নেকি ঘৰত ?"

মাহীয়েক আছিল, কিন্তু পিচ-চোতালত কিবা এটা কৰি আছিল। অনুপমৰ মাত শুনি তেওঁ মাত লগালে—"অনুপম নেকি ? বহাচোন বোপাই, মই এইফালে কিবা এটা লেতেৰা কাম কৰি আছোঁ।"

অনুপম হয়তো পিচ-চোতাল পালেহিহেঁতেন, কিন্তু এনেতে মাজৰ কোঠালীতে অবনৰ ঘৈণীয়েকৰ লগত দেখাদেখি হ'ল। অনুপমে সুধিলে, "কি কৰিছে নবৌ ?"

"নাই, এনেয়ে আছোঁ।"

"দাদা আহিলনে অফিচৰ পৰা ?"

"নাই অহা, তেখেতৰ অহাৰ একো ঠিক নাই নহয় ; কেতিয়াবা তিনি বজাতে আহে ; কেতিয়াবা ৰাতি সাত-আঠ বাজে। আপুনি বহক।"

অনুপম অবনতকৈ বয়সত কেইবছৰমানৰ সৰু। সেয়ে শ্ৰদ্ধা কৰি অনুপমে তেওঁক 'দাদা' কেতিয়াবা আকৌ 'অবনদা' বুলি মাতে।

অবনৰ পৰিবাৰে বহিবলৈ কোৱাত অনুপমে চকী এখনৰ ওচৰলৈ গৈ বহিব খুজি হঠাৎ কলে—"অ' জুনু ক'লৈ গ'ল ? পঢ়া-কোঠালীত নিশ্চয় !" এইবুলি সি সাউত্ কৰে সুৰঞ্জনাৰ পঢ়া কোঠালীৰ পিনে গুচি গ'ল।

অনুপমৰ উপস্থিতি সুৰঞ্জনাই নিশ্চয় গম পাইছিল ; কিন্তু গম পায়ো তাই কোনো মাত-বোল নকৰি কিতাপৰ পাততে মনদি আছিল। দৰাচলতে তাই সেইদিনা পঢ়া নাছিল ; কিতাপ এখন এনেয়ে চকুৰ আগত লৈ তাই আকাশ-পাতাল ভাবিছিল। তাইৰ চকুযুৰি আছিল বেদনাসিক্ত—করুণ।

তাই জানিছিল—তাই উঠি নাহিলেও অনুপমে তাইক বিচাৰিব। তাইক বিচাৰি তাইৰ কোঠালী পাবগৈ। হলো সেয়ে।

সুৰঞ্জনাক কিতাপৰ পাতত নিবিষ্ট দেখি অনুপমে আনন্দিনাৰ উচ্ছলতাৰে মাত লগালে—"কিহে, তোমাৰ গাত দেখিছোঁ সৰস্বতী বাৰুকৈয়ে লম্ভিছে। কেৱল কিতাপ, কিতাপ আৰু কিতাপ ! অনাৰ্হ থকা হলেতো কথাই নাছিল ! চাওঁ, বাদ দিয়া এতিয়া সেইবোৰ ; মানুহ আহি চিঞৰ-বাখৰ কৰিলেও মাত এটা নাই।"

আইন দিনা হোৱা হলে অনুপমৰ কথাকিটাত সুৰঞ্জনাই জোখাৰে উত্তৰ দিলেহেঁতেন, কিন্তু সেইদিনা তাইৰ মন সমূলি ভাল নহয়। অনুপমৰ প্ৰতি খং, ক্ষোভ আৰু বিতৃষ্ণাত তাইৰ অন্তৰ কণ্টকিত হৈ আছিল। অনুপমক দেখাৰ লগে লগে তাইৰ চকুত যেন দপ্‌কৰে জুই উঠি গ'ল।

তাই ভাবিলেঃ অনুপমক অপদস্থ কৰিবলৈ এইটোৱে উপযুক্ত সময়। সেয়ে হাতৰ কিতাপখন জপাই মেজৰ ওপৰত থৈ তাই অনুপমলৈ নোচোৱাকৈয়ে খচ্ কৰে কৈ পেলালে—"তেনেহলে য'ত



চিঞৰিলে মাত পোৱা যায় তালৈ নেযায় কেলেই ? ইয়াত কোনে মাত দিব ? ইয়াত জানো আপোনাৰ কোনোবা আপোন মানুহ আছে ?"

কথাকিটাৰ তীক্ষ্ণতাই অনুপমক যেন থত্‌মত্ খুৱাই দিলে। সি একো বুজিব নোৱাৰিলে সুৰঞ্জনাই তাক কি ক'ব খুজিছে ?

অলপ অপ্ৰস্তুতভাৱে কণ্ঠত সামান্য জড়তা লৈ অনুপমে সুধিলে—"মানে তুমি কি ক'ব খুজিছা মই ঠিক ধৰিব পৰা নাই। এইখন ঘৰৰ সকলো মানুহ জানো মোৰ—"

"কেতিয়াও নহয় অনুপমদা," আগ-পিচ নোচোৱাকৈ সুৰঞ্জনাই একে ৰূঢ়তাৰে কৈ উঠিল—"ইয়াত আপোনাৰ কোনো আপোন মানুহ নাই। থকা হলে লোকৰ পদূলি শুঙি ফুৰিবলৈ কেতিয়াও নগ'লহেঁতেন।"

"তুমি এয়া কি কৈছা জুনু ? তোমাৰ কথাবোৰ আজি বৰ একধৰণৰ যেন পাইছোঁ।"

অনুপমৰ চকু-মুখৰ অপ্ৰস্তুত ভাবটো এইবাৰ স্পষ্ট হৈ উঠিল।

কণ্ঠত প্ৰচ্ছন্ন বিদ্ৰূপ লৈ সুৰঞ্জনাই কলে—"বাঃ ! এতিয়া দেখিছোঁ তেনেই অজলাটো হৈ পৰিল ! একো যেন কবই নোৱাৰে ! কিন্তু আপুনি নেভাবিব অনুপমদা, আপোনাৰ অভিনয়-কুশলতাই আমাক আৰু মোহাচ্ছন্ন কৰি ৰাখিব বুলি। আপোনাৰ বুদ্ধিদীপ্ত অভিনয়-পটুতাৰ প্ৰশংসনীয় চানেকি ইতিমধ্যে প্ৰকাশ পাইছে।"

"তাৰ মানে ?" অনুপমৰ চকু-মুখত কিবা এক কদৰ্য্য কুকৰ্ম কৰি ধৰা পৰাৰ উদ্বেগ।

উদ্বেগগ্ৰস্ত অনুপমৰ ফালে মুখ কৰি একেই তীব্ৰ মাতেৰে সুৰঞ্জনাই ক'লে—"মানে আৰু কি ? আপোনাৰ এই আকৰ্ষণীয় মুখশ্ৰী আৰু পুৰুষসুলভ ব্যক্তিত্বৰ অন্তৰালত যে এটা ভয়ানক বিষাক্ত ফেঁটীসাপ লুকাই আছিল আজি এবছৰে জানিব পৰা নাছিলোঁ। ঈশ্বৰৰ ইচ্ছা—কথাটো হঠাতে গম পাই গলোঁ। নহলে হয়তো এই বিষাক্ত সাপৰ দংশনত আমি এদিন… … .."

"ৰবা জুনু, তুমি কিহৰ কাৰণে মোক ইমান ডিছপ্ৰেজ কৰিছা মই এতিয়া বুজি পাইছোঁ। কিন্তু যিহৰ কাৰণে তুমি মোক এইদৰে বজ্ৰাঘাত কৰিছা, সেয়া তুমি গম পালা ক'ত ?"

সুৰঞ্জনাই ক'লে—“তাৰ উত্তৰ মই পিচত দিম অনুপমদা, কিন্তু তাৰ পূৰ্বে আপুনি স্বীকাৰ কৰিবনে যে মই যি কৈছোঁ সেয়া সঁচা ?”

“মিছা কথা, একেবাৰে মিছা কথা সেইবোৰ। তুমি—তুমি—”

কিবা এক উত্তেজনাত অনুপমৰ মাতটো কঁপিছিল। তাৰ মুখখনে বাৰেপতি ৰং সলাইছিল।

সুৰঞ্জনাই এটা দুৰ্বোধ্য কাঠ-হাঁহি মাৰিলে।

“আপুনি দেখিছোঁ অলপ কথাতেই উত্তেজিত হৈ উঠিব পাৰে অনুপমদা! অৱশ্যে সময় আৰু পৰিস্থিতিয়ে মানুহক সকলো বাধ্য কৰায়। নহলে আপোনাৰ এই বিৱৰ্ণ মুখ অইন দিনা জানো দেখিছিলোঁ ? যি নহওক, মই যিটো কথা কলোঁ, সেইটো স্বীকাৰ কৰিলেই ইকূল সিকূল দুয়োকূল ৰক্ষা পৰে। কওক, মনে মনে থাকিল দেখোন ?”

অনুপম হঠাতে অলপ শান্ত হৈ পৰিল।

ঠিক সিও নহয়, সুৰঞ্জনাৰ সন্মুখত এই প্ৰথমবাৰৰ কাৰণে সি যেন কিছু দুৰ্বল হৈ পৰিল। সি যেন বুজি পালে—আজি সুৰঞ্জনাৰ পৰা সাৰি যোৱা তাৰ পক্ষে সঁচাকৈয়ে অসম্ভৱ। আজি ইমানদিনে যিটো কাম সি অতি গোপনে কৰি আহিছিল, যিটো কথা সুৰঞ্জনা আৰু তাইৰ মাকদেউতাক আৰু ককায়েকে কিবাস্বৰূপে গম পাই বুলি অহৰহ সজাগতা অৱলম্বন কৰি আহিছিল, আজি সেই কথা সুৰঞ্জনাই গম পাই গৈছে।

কিন্তু এতিয়া তাৰ কৰ্তব্য কি ? দোষ স্বীকাৰ কৰা উচিত হব জানো ? কিন্তু তাৰপৰা লাভ ?

তথাপি অনুপমে এবাৰ আত্মশক্তি প্ৰয়োগ কৰি চালেঃ “মই জানিছোঁ জুনু, মোৰ বিৰুদ্ধে তোমালোকক কোনোবাই খুব বেয়াকৈ কিবা লগাইছে। হয়তো হিংসাতে কোনোবাই মোৰ প্ৰতি সন্দেহ জন্মাবলৈ তোমালোকক—”

“নহয় অনুপমদা, আপুনি সেয়া অকাৰণ সন্দেহ পোষণ কৰিছে ; নতুবা নিজৰ চৰিত্ৰৰ নীচতা ঢাকিবলৈ ব্যৰ্থ চেষ্টা কৰিছে। কিন্তু এতিয়া সেইবোৰৰ কোনো প্ৰয়োজন নাই। গৃহস্থৰ হাতত চোৰ হাতে-লোটে ধৰা পৰাৰ পিচত পুলিচৰ আগত যদি কয়—মই চুৰ কৰিবলৈ যোৱা নাছিলোঁ, তেতিয়া সেই চোৰৰ প্ৰতি পুলিচৰো পুতৌ হয়। গতিকে আপুনিও তেনে মূৰ্খামিৰ আশ্ৰয় লোৱাৰ দৰকাৰ নাই।”



এইবুলি অনুপমৰ সঘনে ৰং সলোৱা মুখখনলৈ তীক্ষ্ণভাৱে এবাৰ দৃষ্টিপাত কৰি সুৰঞ্জনাই ক'লে—“বাৰু কওকচোন, দুলালী বৰুৱাৰ লগত আপোনাৰ ঘনিষ্ঠতা কিমান দিনৰ ?”

“দুলালী বৰুৱা!” যেন কোনোদিনে ক'তো নোপোৱা-নুশুনা নাম এটাহে শুনিলে—এনে এটা আশ্চৰ্য্যৰ ভাব লৈয়ে সি সুৰঞ্জনাৰ মুখলৈ চালে।

“কি হ'ল ? চঁক খাই গ'ল যে ? তাৰ মানে মোৰ পৰিচয়ৰ বাহিৰতো আৰু কোনোবা দুলালীৰ লগত আপোনাৰ সৌহাৰ্দ্য আছে নেকি ? থাকিলেও মই এতিয়া সেইজনী অভাগিনী দুলালীৰ কথা হে সুধিছোঁ যাক আপুনি বিয়া কৰাবলৈ প্ৰতিজ্ঞাবদ্ধ হৈছে।”

“বিয়া! দুলালী বৰুৱা! প্ৰতিজ্ঞাবদ্ধ! এইবোৰ তুমি গাইছা কি জুনু ? এই গোকাট মিছা কথাবোৰ তুমি গম পালা ক'ত ?”

“অ' এতিয়া মইহে মিছা কথা কলোঁ নহয় ? ছিঃ অনুপমদা, আপুনি যে ইমান নিম্ন থাপৰ মানুহ মই আজিহে জানিলোঁ। বাৰু বেছ, আপুনি মোৰ গাত ধৰি শপত খাব পাৰিবনে যে মই কোৱা কথাবোৰ একেবাৰে মিছা ? ক'ব পাৰিবনে দুলালী বৰুৱাৰ লগত আপোনাৰ কোনো সম্বন্ধ নাই ? পাৰিব ক'ব দুলালীক—”

“আঃ! মোক ইমান অপমান কৰিবলৈ লোৱাটো তোমাৰ সমূলি উচিত হোৱা নাই জুনু!” বৰ স্পৰ্ধিতভাৱে অনুপমে কলে—“তুমি বোধহয় পাহৰি গৈছা—তোমাৰ আৰু মোৰ ভিতৰৰ হৃদ্যতাক স্বীকৃতি দিবলৈ ইতিমধ্যে মাহীদেউহঁতে আমাৰ ঘৰৰ লগত—”

“কি কলে আপুনি ?” এইবাৰ বেছ তাচ্ছিল্যৰেই কলে সুৰঞ্জনাই —“আপোনাৰ আৰু মোৰ ভিতৰৰ হৃদ্যতাক স্বীকৃতি দিবলৈ মা-দেউতাই আপোনালোকৰ ঘৰৰ লগত আলোচনা চলাইছে ? বাঃ! আপুনি দেখিছোঁ কেৱল এজন নিপুণ অভিনেতাই নহয় অনুপমদা, আপুনি এজন সুন্দৰ বক্তাও। ধন্য আপোনাৰ বহুমূলীয়া শিক্ষা!”

এইবুলি খন্তেকপৰ তলকা মাৰি বৈ কিবা এটা চিন্তা কৰি লৈ কথা কম কোৱা সুৰঞ্জনাই আকৌ কবলৈ ধৰিলে—"কিন্তু আপুনি চাগৈ ভুলতো এবাৰ ভাবি চোৱা নাই যে আপোনাৰ দৰে এজন ভুৱা শিক্ষাৰে শিক্ষিত, ভণ্ড পুৰুষৰ লগত মোৰ বিয়াৰ কল্পনা কৰাও ভুল। বাৰু কওকচোন, মোক যে বিয়া কৰোৱাৰ কথা কৈছে, সেই অভাগিনী ছোৱালীজনীৰ—দুলালীৰ অৱস্থা কি হব? নে তাইকো—"

ঘটনা আৰু আগবাঢ়িলহেঁতেন, কিন্তু এনে সময়তে হঠাৎ সুৰঞ্জনাৰ মাক তাইৰ কোঠালীলৈ সোমাই আহিল। কোঠাত প্ৰবেশ কৰিয়ে তেওঁ জীয়েকক সুধিলে—"কি হ'ল জুনু? তহঁতৰ কি হ'ল? ইমান হুলস্থূল লগাইছ কেলেই? কিহৰ ইমান তৰ্ক-বিতৰ্ক?"

সুৰঞ্জনাই একো কবলৈ নেপালে, খং, লাজ আৰু অপমানত প্ৰায় বিকৃত হোৱা মুখভঙ্গীৰে অনুপমে কলে—"চাওক মাহীদেউ, আপোনাৰ জীয়েকৰ ওচৰত আজি মোৰ এই অপমান! মানুহক এইদৰে অপমান কৰিবলৈকে এওঁক কলেজত পঢ়ুৱাইছে নেকি মাহীদেউ? ঠিক আছে, আজিৰপৰা এইখন ঘৰৰ লগত, আপোনালোকৰ লগত মোৰ কোনো সম্পৰ্ক নাই। মই আহিলোঁ; আৰু মনত ৰাখিব—এয়ে মোৰ আপোনালোকৰ ঘৰলৈ শেষ অহা।"

আৰু কৈ কৈ পৰম অসহিষ্ণুতাৰে অনুপম দপ্‌দপকৈ খোজ পেলাই কোঠাৰপৰা ওলাই গ'ল।

স্বৰগ-পৰা মানুহৰ দৰে অনুপম যোৱাৰ ফালে একেথৰে কেইমুহূৰ্তমান চাই থাকি মাকে সুৰঞ্জনাক সুধিলে—"কি হ'ল জুনু, সি ইমান দপদপাই গুচি গ'ল কিয়? তই বেয়াকৈ কিবা কলি হবলা?"

"নাই কোৱা মা, মই তেওঁক একো বেয়া কথা কোৱা নাই; তেওঁৰ নিচিনা এজন ভদ্ৰলোকৰ লগত যেনে ব্যৱহাৰ কৰিব লাগে ঠিক তাকেই কৰিছোঁ।"

কথাকিটা কওঁতে সুৰঞ্জনাই ফোপাইছিল। হয়তো তাইৰ খঙৰ উত্তেজনা অকণো শাম কটা নাছিল।

মাকে আকৌ সুধিলে—"তেনেহলে সি খং কৰি ওলাই গ'ল কিয়? তই নিশ্চয় তাক কিবা বেয়া ব্যৱহাৰ কৰিছ। কচোন কি হৈছিল তহঁতৰ?"



মাকৰ ব্যস্ততাই তাইৰ মনৰ উত্তেজনাটো কিঞ্চিৎ পাতলাবলৈ চেষ্টা কৰিলে যদিও খংটো সম্পূৰ্ণ মাৰ নগ'ল।

গতিকে মাককো তাই ৰুক্ষভাৱেই কলে—"হবলৈ আৰু কিটো আছে? যাক ইমান দিনে খুব বিশ্বাস কৰি আহিছিলোঁ, এজন শিক্ষিত, ভদ্ৰ আৰু সন্মানীয় চাকৰিয়াল বুলি শ্ৰদ্ধা কৰি আহিছিলোঁ, আজি তেওঁৰ সম্পূৰ্ণ পৰিচয় ওলাই পৰিল। উস্ ভগবান, মানুহ যে ইমান ভয়ঙ্কৰ হব পাৰে মই আগতে জনা নাছিলোঁ।"

"তই এইবোৰ কি গাইছ মই একো ধৰিব পৰা নাই জুনু! অলপ চমুতে সহজকৈ নকৱ কিয়?"

"কওঁ মা, তাকে কওঁ বুলিহে এইখিনি····। শুন, অনুপমদাই আমাৰ ঘৰৰ লগত স্থায়ী সম্পৰ্ক এটা স্থাপন কৰিবলৈ লৈ তলে তলে কি কৰিছে জান?"

"কি কৰিছে?"

"সেই যে ঈশ্বৰ বৰুৱাৰ জীয়েক দুলালী—তাইকো বিয়া কৰাবলৈ কাৰবাৰ কৰিছে। শুনিছোঁ, তাইক হেনো আঙঠিও পিন্ধাইছে।"

"তই কৈছ কি জুনু? ঈশ্বৰ বৰুৱাৰ লগত অনুপমৰ সম্পৰ্ক কি? আৰু দুলালীৰ লগতে বা তাৰ····"

"তাকেইতো কৈছোঁ মা, মানুহক বিশ্বাস কৰা বৰ টান। তেওঁক তহঁতে ইমান বিশ্বাস কৰ, ইমান মৰম কৰ, অথচ তেওঁ তলে তলে কৰিছে সেয়া! দেউতায়ো সেইটো মানুহৰ লগতে মোক—"

"নহয়, নহয় জুনু," কথাষাৰ শুনি যেন মাকৰ মূৰ ঘূৰি গ'ল—"তোৰ কথা মোৰ অকণোকে বিশ্বাস কৰিবৰ সত্ যোৱা নাই। অনুপম তেনেকুৱা ল'ৰা বুলি যে মই ভাবিব নোৱাৰোঁ! বাৰু তই সেইটো কথা গম পালি ক'ত? কাৰ মুখে?"

"যাৰ মুখেই গম নেপাওঁ মা, কিন্তু কথাটো একেবাৰে সত্য। দৰকাৰ হলে তয়ো কাৰোবাৰ হতুৱাই গম লব পাৰ।"

"উস্! মোৰ মূৰটো ঘূৰোৱা ঘূৰোৱা যেন লাগিছে পাই!"

এইবুলি হঠাতে মূৰ্চ্ছা যাব খোজা মানুহৰ দৰে থৰক্-বৰককৈ চকী এখনৰ কাষলৈ গৈ মাক বহি পৰিল। তাকে দেখি সুৰঞ্জনা মাকৰ ওচৰ চাপি আহিল।

"ঠিক আছে মা, তই এতিয়া একো চিন্তা কৰিব নেলাগে। মই অনুপমদাক যথোচিত উত্তৰ দি দিছোঁ। মুঠতে দেউতাক কবি—তেখেতৰ অতি বিশ্বাসী, অতি স্নেহভাজন ভাবী-জোঁৱায়েকক আজি মই সমুচিত শিক্ষা দি পঠাইছোঁ।"

এইবুলি কৈয়ে কোঠাৰ দুৱাৰ-মুখত কোনোবা এজন উপস্থিত হোৱা গম পাই সুৰঞ্জনাই সেইপিনে চালে। দেখিলে—নবৌয়েক মন্দিৰা দুৱাৰ-মুখত থিয় হৈ আছে। তেওঁৰ চকু-মুখত অযুত বিস্ময়।

# চাৰি

অনুপমে যিটো অফিচত কাম কৰে, সেইটো কেন্দ্ৰীয় চৰকাৰৰ এটা গুৰুত্বপূৰ্ণ বিভাগৰ কাৰ্য্যালয়। অসমত তাৰ শাখা-অফিচ কেবাটাও আছে।

অনুপমহঁতৰ তাতো আছে। অনুপমৰ প'ষ্টিঙো তাতেই হৈছিল; কিন্তু চাকৰিত সোমোৱা তিনি বছৰ হওঁ নৌ-হওঁতেই তাক তাৰ পৰা ইয়ালৈ অৰ্থাৎ গোস্বামীহঁতৰ ঠাইখনলৈ বদলি কৰিলে।

সেয়া আজি ডেৰ বছৰমানৰ আগৰ কথা।

নতুন, অচিনাকি নগৰখনলৈ আহি অনুপমৰ প্ৰথম প্ৰথম বৰ বেয়া লাগিছিল। বিশেষকৈ নতুন ঠাইখনত আপোন মানুহ বুলিবলৈ কোনো এজন নথকাত সি নিজকে বৰ অকলশৰীয়া অকলশৰীয়া অনুভৱ কৰিব লগা হৈছিল।

তাতে অফিচৰ সহকৰ্মীসকলো অচিনাকি আছিল।

অফিচৰ তৰফৰ পৰা এটা পিয়নেৰে সৈতে অনুপমক এটা কোৱাৰ্টাৰ দিয়া হৈছিল। প্ৰকৃততে অনুপমক দিয়া কোৱাৰ্টাৰটো ডভুৱা মানুহ থকা কোৱাৰ্টাৰ নহয়; ফেমিলি কোৱাৰ্টাৰহে। লৰা-ছোৱালীৰে সৈতে এটা বেছ বুজন ধৰণৰ পৰিয়াল থাকিব পৰা ঘৰ।

সেই প্ৰকাণ্ড ঘৰডালত এটা পিয়নেৰে সৈতে অকলে থাকিব লগা হোৱাটোও তাৰ নিঃসঙ্গ বোধ কৰাৰ আন এটা কাৰণ। তাতে সি স্বভাৱতে অতি হুলস্থূলীয়া মানুহ। মন-মাৰি আমন্-জিমনকৈ বহি থকাটো তাৰ সম্পূৰ্ণ প্ৰকৃতি-বিৰুদ্ধ কথা। গান-বাজনা বা তেনে ধৰণৰ এটা হুলস্থূলীয়া পৰিবেশৰ মাজত ডুব গৈ থাকিবলৈ পালেই তাৰ ভাল লাগে।

অৱশ্যে দিন যোৱাৰ লগে লগে সকলো সহজ হৈ আহিল। ইজন-সিজনকৈ বহুতৰে লগত তাৰ চিনাকি হ'ল, বন্ধুত্ব হ'ল; ঘনিষ্ঠতা হ'ল। সন্ধিয়াৰ পৰা ৰাতি এপৰলৈকে তাঢ়ৰ আড্ডাত বহি সময় কটাবলৈকো অনুপমে মনৰ জোখাৰে সঙ্গী পালে।

এদিন এটা সৰু ঘটনা ঘটিল।

বাতিপুৱা দহ বজাৰ আগে আগে খাই-বৈ অনুপম অফিচলৈ ওলাইছিল। নিজৰ কোৱাৰ্টাৰৰ পৰা অফিচলৈ বৰ বেছি দূৰ নহয় বাবেই সি সদায় খোজ কাঢ়িয়ে অহা-যোৱা কৰে। কেতিয়াবা কাচিৎ বৰষুণ-চৰষুণ হলেহে ৰিক্সা বা বাছত যায়।

পিয়নটোক আগধৰি পঠিয়াই দি অনুপম সেইদিনাও খোজ কাঢ়িয়ে অফিচলৈ ওলাইছিল।

ঘৰৰ পৰা ওলাই মাত্ৰ আলিবাটত ভৰি দিছিলহে, এনেতে অনুপমৰ চকুত পৰিল এজনী ছোৱালী। জনবহুল পকী বাটটোৰেদি একাষেৰে কান্ধত ছাতিটো পেলাই নিজৰ ভৰিত খোজ লেখি লেখি গৈ থকা ছোৱালীজনীক দেখিয়ে অনুপমে চিনি পালে সেইজনী সি আনদিনা দেখা ছোৱালীজনীয়েই।

স্কুল-কলেজ খোলা থকা দিনত ঠিক সেইখিনি সময়তে ছোৱালীজনী সদায় তাৰ কোৱাৰ্টাৰৰ আগেদি যায়।

ছোৱালীজনীক অনুপমে সন্মুখৰ পিনৰ পৰাও দেখিছিল, মাত্ৰ জনা নাছিল তাই কাৰ ছোৱালী, কি নাম, ক'ত পঢ়ে বা কি পঢ়ে।

সঁচা কথা কবলৈ গলে ছোৱালীজনীৰ কিবা এটা বস্তুৱে অনুপমক পূৰ্বৰে পৰাই আকৰ্ষণ কৰিছিল আৰু সেয়ে ছোৱালীজনীৰ সৈতে পৰিচয় হবলৈ এটা অদম্য ইচ্ছা সি মনে মনে পোষণ কৰিছিল।

আন একো নেজানিলেও ছোৱালীজনী সম্পৰ্কত অনুপমে এটা বিষয়ত প্ৰায় নিশ্চিত হৈছিল যে ছোৱালীজনী অসমীয়া; এটা সম্ভ্ৰান্ত ৰক্ষণশীল পৰিয়ালৰ ছোৱালী। তাইৰ সাজ-পাৰ আৰু চাল-চলনেই অনুপমক সেই ধাৰণাত সুদৃঢ়ভাৱে উপনীত হোৱাত সহায় কৰিছিল।

অনুপমে লক্ষ্য কৰিছিল ছোৱালীজনীৰ গাত সদায়ে নিভাঁজ অসমীয়া সাজ। কেতিয়াবা পাটৰ আৰু কেতিয়াবা মুগাৰ ৰিহা-মেখেলা; আকৌ কেতিয়াবা মেখেলাৰ সৈতে মিলাই কপাহী চাদৰো পিন্ধে। ব্লাউজৰ ৰং অৱশ্যে দুদিনে চাৰিদিনে সলনি হৈ থাকে।

কিন্তু যি সাজেই নিপিন্ধক ছোৱালীজনীয়ে, সেয়ে তাইক অপূৰ্বৰূপে তুলি ধৰে। বোধহয় সাজ-পোছাকৰ পাৰিপাট্যৰ লগত ছোৱালীবোৰৰ স্বাস্থ্য আৰু চেহেৰাৰ কিবা এক নিগূঢ় সম্পৰ্ক আছে। স্বাস্থ্য বা



চেহেৰা অনুকূল নহলে যিমানেই দামী আৰু মনোগ্ৰাহী কাপোৰ নিপিন্ধক, সি ছোৱালীজনীৰ স্বাভাৱিক সৌন্দৰ্য্য প্ৰকাশত বিশেষ সহায় নকৰে।

অনুপমে নিতৌ লগ পোৱা ছোৱালীজনী আছিল বেছ স্বাস্থ্যৱতী। মুখখন সুগঢ়ী, তেজগোৰা আৰু উজ্জ্বল। চকুযুৰিও বৰ মৰম লগা। বেণী গোঁথা চুলিকোছা কিচ্‌কিচকৈ ক'লা আৰু তপিনালৈকে বৈ পৰা।

প্ৰথমতে অনুপমে ভাবিছিল, নিশ্চয় আজিকালি বহুত ছোৱালীয়ে ব্যৱহাৰ কৰাৰ দৰে তায়ো কিবা কৃত্ৰিম ব্যৱস্থা অৱলম্বন কৰিছে। নহলে ছোৱালীৰ চুলি সাধাৰণতে ইমান দীঘল দেখা নেযায়, কাচিৎ হে চকুত পৰে।

কিন্তু তাৰ ভুল ধাৰণা এদিন সংশোধন হ'ল। সি দেখি বৰ সন্তোষ পালে যে ছোৱালীজনীয়ে আন বহুতো নগৰীয়া ছোৱালীৰ দৰে চুলিত কোনো কৃত্ৰিম বস্তু ব্যৱহাৰ কৰা নাই। সেইকোছা তাইৰ স্বাভাৱিক চুলি।

ছোৱালীজনীৰ ঈৰ্ষণীয় চুলি, মৰম-লগা সলজ্জ চাৱনি, ধীৰ-স্থিৰ খোজ-ভঙ্গী আৰু সৰ্বোপৰি অনিন্দ্য-সুন্দৰ চেহেৰাই যি কোনো ৰুচিবান ডেকাৰ মনতে গভীৰ আলোড়ন তুলিব পৰা গুণৰাজিয়ে অনুপমকো 'ঘাইল' নকৰাকৈ থকা নাছিল।

ক্ৰমে ক্ৰমে ছোৱালীজনীৰ বিষয়ে সবিশেষ জানিবলৈ আৰু জানি পৰিচয় হবলৈ অনুপম ব্যগ্ৰ হৈ উঠিছিল।

সেইদিনা অপ্ৰত্যাশিতভাৱেই সেই সুযোগ মিলি গ'ল।

খোজকিটা দীঘলকৈ পেলাই অনুপম ছোৱালীজনীৰ ঠিক ওচৰ পাইছিলগৈ, এনেতে সন্মুখৰ ফালৰপৰা এটা সৰু হুলস্থুল তাৰ কাণত পৰিলহি। লগে লগে তাৰ দৃষ্টি (নিশ্চয় ছোৱালীজনীৰো) সেই হুলস্থুলটোৱে আকৰ্ষণ কৰিলে।

অনুপমে দেখিবলৈ পালে এদল সৰু সৰু ল'ৰাই মুখেৰে কিবাকিবি চিঞৰ-বাখৰ কৰি এটা মানুহ সিহঁতৰ ফালেই হুৰাই আনিছে। মানুহটোক সাজ-পাৰ, চেহেৰা আৰু দৌৰ মৰাৰ গতি দেখিয়েই সি ততালিকে ধৰিব পাৰিলে মানুহটো নিশ্চয় বলিয়া।

খন্তেক পিচতে অনুপমে মানুহটোক চিনি পালে। আৰে!

সেইটো দেখোন বাপীৰাম পাগল! ল'ৰাবোৰে দেখিছোঁ তাক ক'তো শান্তিৰে থাকিবলৈ নিদিয়ে। য'তে দেখে ত'তে শিলগুটি দলিয়াই তাক খেদি ফুৰে।

বাপীৰাম পগলাক ছোৱালীজনীয়েও নিশ্চয় চিনি পাইছিল। সেয়ে কুৎসিত চিঞৰেৰে ৰাজবাটেদি মানুহৰ মাজে মাজে শিলগুটি দলিয়াই দলিয়াই খেদি অহা উদণ্ড ল'ৰাজাক আৰু নিঃসহায় বাপীৰামক সম্মুখত দেখি তাইৰ যেন ভয়তে ধাতু উৰি গ'ল। অৱশ্যে বাপীৰাম আৰু তাৰ পিছে পিছে লৰি অহা ল'ৰাজাক তেতিয়াও ছোৱালীজনীৰ পৰা নিৰাপদ দূৰত্বত।

সেয়ে হলেও ছোৱালী মানুহৰ কথা; আগন্তুক এক বিপদৰ আশঙ্কাত ভয় খাই ছোৱালীজনী থমকি ৰ'ল আৰু নিজৰ অকলশৰীয়া অৱস্থাটোৰ কথা ভাবিয়ে বোধহয় আগুৱাবলৈ সাহস নকৰি তৎক্ষণাৎ পিছঘুৰা হৈ ভুইঁকি আহিব খুজিছিল।

কিন্তু অনুপম তেতিয়া তাইৰ নিচেই কাষতে।

ছোৱালীজনীৰ মানসিক অৱস্থাটো ততালিকে আয়ত্ব কৰি অনুপমে আন দিনাৰ সকলো সংকোচ, জড়তা আৰু লাজ কাটি কৰি থৈ ঘপৰাই কৈ উঠিল: "ভয় নকৰিব, সি একো নকৰে।"

ছোৱালীজনী বোধহয় এনে এষাৰ নিৰ্ভৰ বাণীৰ কাৰণে লেশ-মানো সজাগ নাছিল। সেয়ে প্ৰথমে তাই অলপ থত্‌মত্ খালে। কিন্তু পিচমুহূৰ্ততে সম্মুখ বিপদৰ কথা স্মৰণ কৰি নিজৰ অৱস্থাটো পাৰ্শ্বমানে সম্বৰণ কৰি লোৱাৰ চেষ্টা কৰিলে আৰু বৰ সন্তৰ্পণে এবাৰ অনুপমৰ মুখলৈ চাই পুনৰ তলমূৰ কৰি তাৰ কাষতে থিয় হৈ ৰ'ল।

ছোৱালীজনীৰ মুখৰ অব্যক্ত অভিব্যক্তিতে অনুপমে যেন কিবা এটা বুজিব পাৰিছিল। কিন্তু তাইক একো নকৈ প্ৰায় নিজকে কোৱাৰ দৰে ছোৱালীজনীয়ে শুনাকৈ ক'লে, "ইছ্, ল'ৰাবোৰে তাক এনেয়ে খেদি ফুৰে; সি কিন্তু কাৰো একো অপকাৰ নকৰে।"

ছোৱালীজনীয়ে ওঁ-আঁ একোকে উচ্চাৰণ নকৰিলে।

ইতিমধ্যে বাপীৰামক খেদি অহা ল'ৰাজাকক কেইজনমান মানুহে তাক আমনি নকৰিবলৈ ডাবি দি বাধা দিয়াত পিল্‌পিলীয়া ল'ৰাজাক উভতি গ'ল।



বাপীৰাম সাৰিল। কিন্তু সি যেন তেতিয়াও নিৰাপদ হোৱা নাই—এনেভাৱে লৰিয়ে থাকিল।

বাপীৰাম ভালেখিনি দূৰ পোৱাৰ পিচত ছোৱালীজনী আকৌ আগবাঢ়িল।

বাটৰ অন্যান্য মানুহবোৰো নিজৰ নিজৰ লক্ষ্যৰ প্ৰতি সচেতন হ'ল।

ছোৱালীজনীৰ লগে লগে অনুপমো আগবাঢ়িল।

কিন্তু কি আচৰিত! ছোৱালীজনীৰ আগত সি অতকিথাৰ কথা ক'লে, অথচ তাৰ প্ৰত্যুত্তৰত ছোৱালীজনীয়ে একোকে নেমাতিলে।

নিজৰ ভিতৰতে অনুপম অলপ ক্ষুণ্ণ হোৱাদি হ'ল।

কিন্তু সেই ক্ষুণ্ণতাক মনৰ ভিতৰত প্ৰভাৱ পেলাবলৈ সুবিধা নিদি ছোৱালীজনীৰ ওচৰত সি নিজকে যথাসম্ভৱ প্ৰস্তুত কৰি ললে।

ছোৱালীজনীৰ লাজৰ ডাঠ আৱৰণখন উন্মোচন কৰিবলৈ চেষ্টা কৰি সি সুধিলে—"আপুনি কি পঢ়িছে?"

ছোৱালীজনীয়ে সম্ভৱতঃ তাৰ অগ্ৰগামিতাকে আশা কৰিছিল। সেয়ে প্ৰশ্নৰ লগে লগে তাৰ স্বাভাৱিক কণ্ঠভঙ্গীৰ সাৱলীলতাৰে উত্তৰ দিলে—"ছেকেণ্ড ইয়াৰ আৰ্টছ"।

"ধন্যবাদ। আপোনাৰ দেউতাকৰ নামটো—"

"শ্ৰীযুত বিশ্বলোক গোস্বামী।"

"অস্ অ'! আপুনি তেখেতৰ ছোৱালী!" অনুপমে মিছাকৈয়ে গোস্বামীক চিনি পোৱা যেন দেখুৱালে—"তাৰ মানে আপুনি—"

"মোৰ নাম সুৰঞ্জনা।"

বচ্ আৰু কি লাগিছে—ইমানখিনি পৰিচয়কেতো সি ইমান দিনে বিচাৰি ফুৰিছিল!

তথাপি ভদ্ৰতা ৰাখি সি আৰু দুই-চাইটা কথা পাতিলে। ছোৱালীজনীয়ে যথাযথ উত্তৰ দি গ'ল। আচৰিত যে তাই কেৱল তাৰ কথাৰ উত্তৰহে দি গ'ল, তাৰ বিষয়ে হলে একোকে নুসুধিলে। আনকি তাৰ সাধাৰণ পৰিচয়টোকে নুসুধিলে।

তাইৰ সেই অবাঞ্ছনীয় উদাসীনতাক তাৰ অভদ্ৰামি বুলিয়ে অভিহিত কৰিবৰ মন গ'ল।

তথাপি সি উদ্যম নেহেৰুৱালে।

## পাঁচ

সেয়া মাত্র পাতনিহে; তাৰ পিচত আৰু কেবাদিনো অনুপমে সুৰঞ্জনাক কলেজলৈ যাওঁতে লগ পাইছিল।

অধিক কি, সুৰঞ্জনাক সেই নিৰ্দিষ্ট সময়কণত লগ পাবৰ বাবে অনুপম প্ৰতিদিনেই সাজু হৈ আছিল। যিদিনা সুৰঞ্জনাৰ কলেজলৈ ওলোৱা পলম হয় অথবা কলেজ বন্ধ থাকে সেইদিনা অনুপমৰো অফিচ গৈ পোৱাত পলম হয়।

চাওঁতে চাওঁতে সুৰঞ্জনাৰ লগত অনুপমৰ পৰিচয় গহীন হৈ আহিল। সুৰঞ্জনাৰ আগত সি বহুতো কথা নিঃসঙ্কোচে পাতিব পৰা হ'ল, সুধিব পৰা হ'ল।

সুৰঞ্জনাও আগবাঢ়িছিল যথেষ্ট।

নিতৌ নানান কথা-বাৰ্তা, বিচিত্ৰ আলোচনা আদিৰ মাজেদি অনুপম যিদৰে তাইৰ কায চাপি আহিছিল, তায়ো সেইদৰেই আগুৱাই গৈছিল।

লাহে লাহে দুয়োৰো মাজৰ লাজ-সংকোচৰ ঠুনুকা প্ৰাচীৰখন ভাগি উৰলি গৈছিল।

অৱশ্যে সেয়া স্বাভাৱিকো। সুৰঞ্জনাৰ দৰে এজনী শিক্ষিতা, সু-ৰুচিসম্পন্না শান্ত ছোৱালীৰ মন অচিৰে জয় কৰিব পৰাকৈ এজন ডেকাৰ গাত যিখিনি ৰূপ-গুণ আকৰ্ষণৰ প্ৰয়োজন, সেয়া অনুপমৰ গাত যেন ষোলকলাই আছিল।

এদিন সেয়েহে কলেজলৈ যোৱাৰ বাটত অনুপমৰ সতে কথাপাতি যাওঁতে তাই বৰ আত্মীয়তাৰে কোৱাদি কৈছিল—"এটা কথা নহয় অনুপমদা, আমাৰ এই পৰিচয় জানো আমাৰ দুয়োৰে মাজতে সদায় সীমাৱদ্ধ থকাটো আপুনি কামনা কৰে? আপুনি কৰিলেও মই নকৰোঁ। মোৰ মা-দেউতা-দাদাহঁতৰ লগতো আপোনাৰ পৰিচয় হোৱা উচিত।"

অনুপমে যেন তেনে এটা সুযোগলৈহে অপেক্ষা কৰি আছিল। উল্লাস



প্ৰকাশ কৰি সি কলে—"ময়ো তাকেই কামনা কৰোঁ জুনু! কিন্তু তুমি নিমন্ত্ৰণ নকৰিলে—"

সুৰঞ্জনাই হাঁহিছিল।

সেই হাঁহিৰ অৰ্থ যেন: আপোনাক আৰু বেলেগে কেনেকৈ নিমন্ত্ৰণ কৰিব লাগে অনুপমদা? মোৰ হৃদয়-মন্দিৰলৈ নিমন্ত্ৰণ কৰা মানেই জানো আমাৰ ঘৰলৈ নিমন্ত্ৰণ কৰা নহয়?

মুখ ফুটাই কলে—"সেইটো কথা মই কেবাদিনো ভাবিছোঁ জানে? বাৰু ঠিক আছে, পৰহিলৈ দেওবাৰ নহয়; দাদাহঁত সব ঘৰতে থাকিব। সেইদিনাই আপোনাৰ নিমন্ত্ৰণ থাকিল।"

সুৰঞ্জনাৰ সেই নিমন্ত্ৰণত অনুপম ভিতৰি কিমান উৎফুল্ল হৈ উঠিছিল, আজি হয়তো মনত নাই। কিন্তু এটা কথা তাৰ নিশ্চয় খুব ফট্‌ফটীয়াকৈ মনত আছে: সুৰঞ্জনাৰ নিমন্ত্ৰণক্ৰমে নিৰ্দিষ্ট দিনা আবেলি সুৰঞ্জনাহঁতৰ ঘৰলৈ আহি গোটেই ঘৰখনৰপৰা যি আদৰ আৰু আতিথ্য পাইছিল, তেনে আদৰ-আতিথ্য এই নগৰলৈ আহি সি কাৰোপৰা পোৱা নাছিল।

সুৰঞ্জনাৰ মাক-দেউতাক, ককায়েক-ভায়েকৰ লগত পৰিচয় হৈ সেই প্ৰথম দিনাই অনুপমে যেন অনুভৱ কৰিছিল: সঁচাকৈয়ে এই ঘৰখনৰ মানুহবোৰ তেওঁৰ বহুকালৰে চিনাকি।

প্ৰথমতে দুসপ্তাহ ডেৰ সপ্তাহৰ মূৰত সময় পালে এদিন, তাৰ পিচত সপ্তাহত কেতিয়াবা তিনদিন আৰু অৱশেষত প্ৰায় প্ৰতি দিনেই অনুপম গোস্বামীহঁতৰ ঘৰলৈ আহিছিল।

তাৰ সেই সঘন আহ-যাহ, গোস্বামী আৰু তেওঁৰ পত্নীৰ প্ৰতি প্ৰদৰ্শন কৰা আন্তৰিক আপোন ভাব আৰু শ্ৰদ্ধা, অৱন-তপনৰ প্ৰতি কৰা ভ্ৰাতৃত্বপূৰ্ণ অনাবিল ব্যৱহাৰ ঘৰখনক যেন আপ্লুত কৰি তুলিছিল।

মৰম দিব জানিলে মৰম আদায় কৰাও সহজ।

গোস্বামীৰ ঘৰখনৰ লগত সম্বন্ধ নিবিড় হৈ অহাৰ লগে লগে অনুপমে ভাবি আনন্দ পালে যে সি যেনেকৈ তেওঁলোকক অতি কম দিনৰ ভিতৰতে আপোন কৰি লবলৈ সমৰ্থ হৈছে, ঠিক তেনেকৈ তেওঁলোকেও লব পাৰিছে।

বেছি নেলাগে, আজিকালি তেওঁলোকে তাক লোকৰ ল'ৰা বুলি নেভাবেই; যেন সি তেওঁলোকৰ ঘৰৰে এটা।

বিশেষকৈ সুৰঞ্জনাৰ মাকৰ ব্যৱহাৰে তাক এই কথাটো উপলব্ধি কৰাবলৈ বেছি সময় নললে যে তেওঁৰ দুয়োটা পুতেক অবন আৰু তপনক তেওঁ যি চকুৰে চায়, তাৰ বেলিকাও সম্পূৰ্ণ সেয়ে।

কথাটো অবন-তপনহঁতৰ মাজতো অনুপমে লক্ষ্য নকৰাকৈ থকা নাছিল।

আৰু সুৰঞ্জনা!

তাইৰতো কথাই নাই। অনুপমৰ দৰে এটা সুশিক্ষিত, সুৰুচিবান আৰু দেখনিয়াৰ ল'ৰাক কেন্দ্ৰ কৰি ঘৰখনত সৃষ্টি হোৱা বিবিধ আলোচনা আৰু তাৰ ভৱিষ্যত লৈ মাক-দেউতাকৰ মাজত গোপনে চলা জল্পনা-কল্পনাই তাইক যেন এখন অচিনাকি মানসৰাজ্যলৈ উকৰাই নিছিল।

বোধহয় সেইবোৰ কাৰণতে এদিন সন্ধিয়া অনুপমৰ সৈতে খোজ কাঢ়ি কাঢ়ি ফুৰিবলৈ যাওঁতে জনশূন্য আলিবাটৰ মাজতে তাই কৈছিল —"জানিছে অনুপমদা, আজিকালি মাহঁতৰ মানতো আপুনি ইমান নিজৰ হৈ পৰিছে যে মাহঁতে আপোনাৰ বিষয়ে বহুত কিবাকিবি কল্পনা কৰে।"

"যেনে?"

অনুপমৰ কণ্ঠত আছিল নিবিড় আবেগ।

অন্তৰৰ উজ্জ্বলতাৰে তাই কৈছিল—"কৈছোঁ নহয় বহুত কিবাকিবি!"

"তথাপি?"

সেইবাৰ অকল আবেগেই নহয় কিবা এক ব্যগ্ৰতাও যেন পৰিস্ফুট হৈ উঠিছিল অনুপমৰ কণ্ঠত।

সামান্য দ্বিধা আৰু সামান্য লাজ কণ্ঠত লৈ তাই কৈছিল—"যেনে ধৰক, চাকৰিৰ ক্ষেত্ৰত আপোনাৰ শেষ প্ৰমোচন কি হবগৈ, স্কেল কি হব, আউটছাইদৰ ইনকম্—"

"বাঃ বাঃ! বহুত দূৰ আগুৱাইছে দেখোন! তাৰ মানে মোৰ চাকৰিটোৰ লগত তেওঁলোকৰ অৰ্থাৎ মহাদেউ আৰু মাহীদেউৰ কিবা স্বাৰ্থ আছে!"

"হয়তো থাকিবও পাৰে; যিহেতু বৰ্ত্তমান মাহঁতৰ মনত দাদা আৰু তপন যেনেকুৱা, আপুনিও তেনেকুৱা।"



কথাষাৰৰ তাৎপৰ্য্য বুজি পায়ো অনুপমে ক'লে—উঁহো, তোমাৰ ডেফিনিচনটো নিৰ্ভুল যেন নেলাগিল। অবনদা আৰু তপনৰ লগত মই নিশ্চয় একে হব নোৱাৰোঁ। তেওঁলোক দুয়ো মাহীদেউৰ গৰ্ভজাত সন্তান, আৰু মই—"

"আপুনি কি?"

কি ক'ব অনুপমে মুহূৰ্ত্তমান চিন্তা কৰি ললে।

"মই এটা পপীয়া তৰা। এ ছুটিং ষ্টাৰ।"

"কেতিয়াও নহয়। তেনেকুৱা হোৱা হলে মোৰ লগত আপোনাৰ পৰিচয়েই নঘটিলহেঁতেন।"

"তেতিয়াহলে মই ধ্ৰুৱতৰা! কিন্তু কাৰ আকাশৰ? নিশ্চয় তোমাৰ?"

"যক, কিনো চুপতিখন কৰে!"

তাইৰ মুখখন কিবা এক বঙচুৱা লাজে যেন আৱৰি ধৰিছিল।

"বেছ, মই তোমাৰ জীৱন-আকাশৰ ধ্ৰুৱতৰা। অৰ্থাৎ তোমাৰ যৌৱনৰ প্ৰথম প্ৰভাততে মোৰ আবিৰ্ভাৱ। কিন্তু জুনু, এই ধ্ৰুৱতৰাক তুমি জানো তোমাৰ জীৱনাকাশত চিৰদিন ধৰি ৰাখিব পাৰিবা?"

"যক, কিযে কথাবোৰ কয়! আপোনাৰ মুখৰ অকণো বান্ধ নাই।"

"কেলেই? ইয়াত নো লাজ কৰিবলৈ কিটো আছে? আৰু তুমিতো নিজেই কৈছা—মোক লৈ মাহীদেউহঁতে বহুত কিবাকিবি কল্পনা কৰে বুলি! যদি সেয়ে হয়, তাৰ স্বাভাৱিক পৰিণতি কি হব পাৰে তাক বুজিবলৈ জানো কিবা অসুবিধা আছে?"

এইবাৰ সঁচাকৈয়ে সুৰঞ্জনাৰ লাজ লাগিল। কাৰণ অনুপমৰ কথাৰ তাৎপৰ্য্য তাই ভালকৈয়ে উপলব্ধি কৰিব পাৰিছিল। পেটে পেটে ভালো লাগিছিল তাইৰ।

কিন্তু তাকে পোনপটীয়াকৈ প্ৰকাশ কৰিবলৈ অসমৰ্থ হৈ ছোৱালীৰ স্বাভাৱিক সঙ্কোচেৰে সুধিলে—"আপোনাৰ চাগৈ কথাষাৰ শুনিয়ে খুব আনন্দ লাগি গৈছে নহয়?"

"লাগিবতো! অকল মোৰেই কিয়, মোৰ দৰে সকলো ল'ৰাৰে এনে আনন্দ লগা স্বাভাৱিক।"

এই বুলি অলপ পৰ মনে মনে থাকি মাতটো হঠাৎ অলপ গহীন

কৰি লৈ অনুপমে সুধিলে—"বাৰু জুনু, কথা এটা সোধোঁ বুলিছোঁ, খং কৰিবা নেকি ?"

"কথাটো নুশুনাকৈ আগধৰি কেনেকৈ কওঁ ?"

"সেইটো অৱশ্যে মোৰেই ভুল হৈছে। পিছে মই ভবাত সেইটো একো খং কৰিবলগীয়া কথা নহয়। বাৰু শুনা, তুমিতো এতিয়াও পঢ়িয়ে আছা, কিন্তু ধৰা ইতিমধ্যে মাহীদেউহঁতে তোমাৰ বিয়াৰ কাৰণে……"

সুৰঞ্জনাই বাধা দি টপৰাই ক'লে—"সেইটো হব নোৱাৰে অনুপমদা ! আৰু মোৰ বিশ্বাস মাহঁতে তেনে অন্যায় চিন্তাক মনত কেতিয়াও ঠাই নিদিয়ে। অন্ততঃ মাই সেই ক্ষেত্ৰত দেউতাৰ ইচ্ছাকো বাধা দিব পাৰিব বুলি মোৰ ধাৰণা। কিয়নো, মোক কলেজত পঢ়ুওৱাৰ ক্ষেত্ৰত দেউতাতকৈ মাৰহে উৎসাহ আৰু তৎপৰতা বেছি।"

খুব সম্ভৱ সুৰঞ্জনাৰ পৰা তেনে প্ৰত্যুত্তৰ অনুপম আশা কৰা নাছিল। সি হয়তো আশা কৰিছিল—বিয়াৰ নামত সুৰঞ্জনা ঠিক তাৰ সমানেই উৎসাহিত হৈ নুঠিলেও প্ৰকাৰান্তৰে তাই তাত আনন্দ প্ৰকাশ কৰিব। কিয়নো, আন্তৰিকভাৱে সিহঁত ইতিমধ্যে ভালেখিনি আগবাঢ়ি গৈছে। সিহঁতৰ এই ক্ৰমবৰ্দ্ধমান আন্তৰিকতাক মাক-দেউতাকেও স্বীকৃতি নিদি নেথাকে।

কিন্তু স্বীকৃতি যেতিয়া দিবই লাগিব তাৰ কাৰণে অযথা বিলম্ব কৰাৰ আৱশ্যক কি ?

সেয়ে হয়তো সুৰঞ্জনাৰ পৰা তেনে উত্তৰ পাই তাৰ মুখ শুকাই গৈছিল।

তথাপি মুখ ফুটাই সেইদিনা আৰু একোকে নকলে অনুপমে। সেই বিষয়ৰ কোনো প্ৰশ্নও আৰু উত্থাপন নকৰিলে।

সন্ধ্যা লাগি ভগাৰ পিছত সিহঁত ঘৰলৈ উভতিল।

## ছয়

দিনবোৰ সেইদৰেই গৈ আছিল।

দিনবোৰ যিমানেই গৈ আছিল গোস্বামীৰ ঘৰখনৰ লগত অনুপমৰ সম্বন্ধও সিমানে মধুৰ হৈ আহিছিল।

প্ৰথম কিছু দিনলৈ গোস্বামীৰ ঘৰলৈ আহি সি ড্ৰইংৰুমতে বেছি সময় বহি কটাইছিল ; কিন্তু পিচলৈ এনেকুৱা হ'ল যে দৰকাৰ নপৰিলে সি ড্ৰইংৰুমত নবহেই। 'মাহীদেউ' বা 'অবনদা' অথবা কেতিয়াবা 'জুনু' বুলি পৰ্টিক'ৰপৰা মাত লগাই পোনেই ভিতৰ পায়হি।

কেতিয়াবা আকৌ পোনকোবেই সুৰঞ্জনাৰ পঢ়া-কোঠা পায়গৈ।

ঘৰখনৰ লগত বেছি সহজ হৈ পৰা কাৰণেই বোধহয় কেতিয়াবা সি নিজেই চাহ-জলপান খুজি খায়। কেতিয়াবা ভাতো খায়। অৱশ্যে দেওবাৰৰ বাহিৰে অন্য বাৰে সি লোকৰ ঘৰত ভাত নেখায়েই।

কেতিয়াবা থিতটো দিয়ে অবনৰ ঘৈণীয়েকক মাত লগাই কয়—"নবৌ কি কৰিছে ? চাহ কৰিছে নেকি ? কৰক কৰক, মোৰ বৰ পিয়াহ লাগিছে। ভোকো লাগিছে। অফিচৰ পৰা বাজে বাজে আহিছোঁ তো !"

হয়ো ; কেতিয়াবা অফিচৰ পৰা বাহিৰে বাহিৰেই সি গোস্বামীহঁতৰ ঘৰলৈ গুচি আহে। তাতে চাহ-তাহ খাই সন্ধ্যা লাগি ভগাৰ পিচতহে কোৱাৰ্টাৰলৈ যায়। কেতিয়াবা সুৰঞ্জনাক লৈ একালে ওলায় যায়।

স্বভাৱতে অবনৰ ঘৈণীয়েক মন্দিৰাজনী বাংগালী ছোৱালী। দেখাতো বেছ ধুনীয়া। অবনৰ লগত সুন্দৰ মিলিছে। ন-বোৱাৰী হলেও সৰু নন্দেক সুৰঞ্জনাৰ লগত বেছ হাঁহি-ফূৰ্তি কৰি থাকে। কেতিয়াবা সুৰঞ্জনাৰ প্ৰতি ইঙ্গিত কৰি অনুপমৰ লগতো মাৰ্জিতভাৱে দুই-এষাৰ ধেমালি কৰে। অৱশ্যে শহুৰেক-শাহুৰেকহঁতে নুশুনাকৈ।

অনুপমে চাহৰ কথা কলে কেতিয়াবা মন্দিৰাই হাঁহি হাঁহি কয়—

"আজি মোক জ্বৰে চাহ কৰিবলৈ মানা কৰিছে। আলহী-দুলহী আহিলেও হেনো তেওঁহে চাহ-তাহ দিব।"

অনুপমে তাৰ যথোচিত উত্তৰ নিদি নেথাকে।

কেতিয়াবা অবন আৰু তপন ঘৰত থকা অৱস্থাতো অনুপম আহে। সি বৰ টেঙৰ। অবন বা তপন ঘৰত থকা অৱস্থাত সি সুৰঞ্জনাৰ কোঠালৈ ঘপকৈ সোমাই নেযায়। তাইৰ সৈতে বেছি হাঁহি-ধেমালিও নকৰে। সেইদিনা অবন-তপনহঁতৰ লগত লাগ-বান্ধ নোহোৱা কথা পাতিয়ে সময় কটাই দিয়ে।

প্ৰথমতে অনুপমে প্ৰায়ে সুৰঞ্জনাৰ লগত কথাছবি-থিয়েটাৰ আদি চোৱাৰ প্ৰস্তাৱ কৰিছিল। কিন্তু সুৰঞ্জনাৰ সেইবোৰত বৰ বেছি ৰাগ নাই। কেতিয়াবা যাবলৈ ইচ্ছা কৰিলেও অকলে যাব নোখোজে। তেতিয়া বাধ্য হৈ অনুপমে মাহীয়েকক খাটনি ধৰিবলগীয়া হয়।

কিন্তু পিচলৈ মাকৰ লগ নহলেও সুৰঞ্জনা অকলে অনুপমৰ লগত যাব পৰা হ'ল; অনুপমে প্ৰস্তাৱ কৰিলেই তাই সন্মতি দিব পৰা হ'ল। সেইবুলি ঘৰুৱা কিবা অসুবিধা দৰ্শাই মাক বা বৌৱেকে আপত্তি কৰিলে তাই অবাধ্য হৈ গুচি নেযায়।

মুঠৰ ওপৰত এজনী পূৰ্ণযৌৱনা শিক্ষিতা গাভৰুৱে দেহৰ শুচিতা ৰক্ষা কৰি এজন শিক্ষিত আধুনিক ডেকাৰ লগত যিমানখিনি অন্তৰঙ্গতা গঢ়ি তুলিব পাৰে, সুৰঞ্জনাও সিমানখিনিলৈকে আগবাঢ়িছিল।

সেয়ে হলেও এইখিনিতে এষাৰ কথা উল্লেখ নকৰাটো হয়তো ভুল হব। কাৰণ, যৌন-বিষয়ত সুৰঞ্জনা যদিও অত্যন্ত সচেতন আছিল, তথাপি অনুপমৰ ওচৰত তাই নিঃসন্দেহচিত্তে নিজক ধৰা দিব পৰা নাছিল।

তাই বুজিছিল—বাহিৰত অনুপম যিমানেই নম্ৰ আৰু ভদ্ৰ হৈ নেথাকক, যিমানেই কি সম্ভ্ৰান্ত ঘৰৰ ল'ৰা নহওক, তেওবুলি সি তেজ-মঙহ-মজ্জাৰে গঢ়িত এটা ডেকা ল'ৰা। আন দহজন ভদ্ৰঘৰৰ শিক্ষিত যুৱকৰ দৰে তাৰ ভিতৰতো এটা উদণ্ড মন আছে, এটা যৌৱনচঞ্চল দুষ্ট লালসা আছে যিটোৱে তাইৰ দৰে এজনী ভৰযৌৱনা ৰূপহী গাভৰুৰ দেহৰ মাধুৰিমা উপভোগ কৰিবলৈ যিকোনো মুহূৰ্ততে বাউল হৈ উঠিব পাৰে।



আৰু প্ৰমাণো সুৰঞ্জনাই নোপোৱাকৈ থকা নাছিল।

এদিনৰ এটা কথা সুৰঞ্জনাই হয়তো আজিও পাহৰিব পৰা নাই। অৱশ্যে সেয়া অনুপমৰ সৈতে সম্বন্ধ ঘনিষ্ঠ হৈ উঠাৰ পিচৰ কথা; অৰ্থাৎ আজি কেইমাহ মানৰ আগৰ কথা।

বাৰটো কি আছিল তাইৰ সঠিক মনত নাই।

নিজৰ কিবা এবিধ নোৱৰা কামত আবদ্ধ থকা বাবে একেবাহে ছদিনমান সুৰঞ্জনাহঁতৰ ঘৰলৈ নহাকৈ থাকি সেই দিনা গধূলি পৰত অনুপম আহি ওলাইছিল।

সম্পূৰ্ণ ছদিন সি নহাকৈ থকাৰ কাৰণ সুধি লৈ সুৰঞ্জনাই সেইদিনা নিজেই তালৈ চাহ কৰি নিছিল।

চাহ খাই থাকোঁতেই অনুপম প্ৰস্তাৱ কৰিছিলঃ "আজি এসপ্তাহ কামত ব্যস্ত থাকি কেনিও ওলাবকে পৰা নাছিলোঁ। ব'লা দুয়ো অলপ ফুৰি আহোঁগৈ। যাবা?"

নিজৰ ফালৰ পৰা কোনো আপত্তি নেথাকিলেও তাই মাকৰ পৰা অনুমতি লবলৈ ভিতৰ সোমাই গৈছিল। মাকে কৈছিল—"যা সি লগ লৈছে যেতিয়া; কিন্তু বেছি বেলি নকৰিবি। সোনকালে আহিবি।"

কিছু সময়ৰ পিচত দুয়ো ওলাই গৈছিল।

সেইদিনাও অনুপমৰ গাত আছিল সি প্ৰায়ে পিন্ধি ফুৰা ধোঁৱা ৰঙৰ টেৰি-কটনৰ লংপেণ্টটো আৰু পকা সুমথিৰাৰ ভিতৰৰ ৰঙৰ নতুন টেৰিলিনৰ হাৱাই চাৰ্টটো।

সেইযোৰ পোছাকে যে অনুপমটোক ইমান ধুনীয়া কৰি তোলে! মুখৰ ৰঙটোৰ লগত হাৱাই চাৰ্টৰ ৰঙটো যেন একদম মিলি যায়। তাৰ ভৰিৰ ক'লা ৰঙৰ পইণ্টেড্ জু-যোৰো আছিল চিক্‌মিকীয়া।

পিছে তাইহে সেইদিনা এসাজ নতুন কাপোৰ পিন্ধিছিল।

ৰঙা ফুলৰ পাৰি লগোৱা পাটৰ মেখেলাৰ লগত সেই একে ৰঙা ফুল দিয়া পাতল কপাহী চাদৰ আৰু পিয়াজ-বৰণীয়া ব্লাউজটোৱে তাইৰ ৰূপটো সেইদিনা বেছিকৈ তুলি ধৰিছিল।

তেতিয়া ভাদৰ মজামজি। গতিকে বেলি বুৰিবৰ সময় হলেও সন্ধ্যা লাগিবলৈ ভালেমান পৰ থকা যেন লাগিছিল।

এনেয়ে নগৰৰ আলিবাটত গাড়ী-মটৰৰ ব্যস্ততাৰ অন্ত নাই, তাতে তেতিয়া আবেলি। গতিকে মানুহ, চাইকেল আৰু বিভিন্ন যান-বাহনেৰে চৌদিশ মুখৰিত হৈ পৰিছিল।

বাটৰ একাষেৰে সৰু-সৰুকৈ কথা পাতি পাতি গৈ সিহঁত এখন পাৰ্কৰ ওচৰ পাইছিলগৈ। পাৰ্কৰ ভিতৰত সোমাই সিহঁতৰ দৰেই কিছুমান ল'ৰা-ছোৱালীয়ে সন্ধ্যা উপভোগ কৰিছিল।

তাকে দেখি অনুপমেও প্ৰস্তাৱ কৰিলেঃ "ব'লা তাতে অলপ বহোঁগৈ।"

পাৰ্কখন বেছ ডাঙৰ। আহল-বহল। দেশী-বিদেশী নানা জাতৰ নানা বৰণৰ ফুল আৰু তাৰ মাজত থকা সুদৃশ্য পানীৰ ফোৱাৰাটোৱে পাৰ্কখনত সৌন্দৰ্য্য বৰ্দ্ধন কৰাৰ উপৰিও তাৰ ভিতৰৰ পৰিবেশটোকো বেছ গম্ভীৰ কৰি তুলিছিল।

খালি হৈ থকা বেঞ্চ এখনত সিহঁত দুয়ো বহিলগৈ।

ক্ৰমাগয়ে সন্ধ্যা নামি আহিল।

পাৰ্কৰ ভিতৰৰ মানুহবোৰ দুই-এজনকৈ গৈ শেষ হবৰ হ'ল। অথচ অনুপম আৰু তাইৰ যেন খবৰেই নাই। খবৰ থাকিব কেনেকৈ? তেতিয়াযে সিহঁত এটা মধুৰ প্ৰসঙ্গৰ ৰসাস্বাদনত তন্ময়!

লাহে লাহে পাৰ্কৰ ভিতৰৰ এন্ধাৰৰ পাতল আৱৰণখন ডাঠ হৈ আহিল। ওচৰৰ ফুলজোপাকে ভালদৰে মণিব নোৱৰা হ'ল। তথাপি সিহঁতৰ মনলৈ চেতনা অহা নাছিল যে এই সময়ত সিহঁত তেনেকৈ পাৰ্কৰ ভিতৰত সোমাই থকাটো নিৰাপদ নহয়। চহৰত কত ধৰণৰ মানুহ আছে। কোনে কি মতলব লৈ ফুৰে কোনে জানে!

কিন্তু এবাৰ হঠাৎ তাইৰ চেতনা আহিল।

তাইৰ দেহৰ উপৰিভাগ সম্পূৰ্ণভাৱে নিজৰ দেহ আবেষ্টনৰ আয়ত্তত ৰাখি তাইৰ ওঁঠ, গাল, চকু, কপাল আৰু সৰ্বশেষত বুকুৰ এক নিৰ্দিষ্ট অংশত উন্মত্তভাৱে চুমাবৰ্ষণ কৰি যোৱা অনুপমক আচম্বিতভাৱে অপ্ৰস্তুত কৰি দি, তাৰ দেহৰ নিবিড় সান্নিধ্যৰপৰা নিজক উদ্ধাৰ কৰিবলৈ চেষ্টা কৰি তাই কৈ উঠিল—"ইচ্ ৰাম অনুপমদা! আপুনি সীমাৰ বাহিৰ হৈ গৈছে। ছিঃ, পায় জানো এতিয়া এইবোৰ কৰিব? .... চাওঁ উঠক, ঘৰলৈ যাওঁগৈ। মাই সোনকালে ঘূৰিবলৈ কৈছিল নহয়!"



সঁচাকৈয়ে তাৰ কি হৈ গৈছিল অনুপমে নিজেই কব নোৱৰা হৈ গৈছিল। হয়তো সুৰঞ্জনাৰ মাংসল দেহৰ মধুৰ সান্নিধ্যৰ উত্তাপ আৰু পাৰ্কৰ ভিতৰৰ নিঃসীম আন্ধাৰৰ গম্ভীৰতাই তাৰ দেহৰ ভিতৰৰ যৌনলিপ্সু ক্ষুধাৰ্ত পশুটোক বেয়াকৈ চঞ্চল কৰি তুলিছিল—উত্তাৱল কৰি তুলিছিল।

সি যেন দৈহিকভাৱে উত্তেজিত হৈ পৰিছিল বৰ বেয়াকৈ।

সেয়ে তাইৰ তেনে আকস্মিক আচৰণত সি পোনতে থত্-মত্ খাই গৈছিল, যদিও নিজৰ কৱলৰপৰা তাইক এৰি দিব নুখুজিছিল।

কিন্তু সুৰঞ্জনাই একপ্ৰকাৰ জোৰ কৰিয়ে নিজক মুক্ত কৰিলে আৰু পুনৰ ক'লে—"মই এইবোৰ ভাল নেপাওঁ। আপুনি জানি-বুজি কিয় ভুল কৰিবলৈ ওলাইছে অনুপমদা? আৰু কেইটামান দিন ধৈৰ্য্য ধৰিব নোৱাৰে জানো?"

সেইবাৰ নিজৰ ওচৰতে যেন ধৰা পৰি গ'ল অনুপম। সি বৰ লজ্জিত হ'ল। আত্মনিয়ন্ত্ৰণ কৰি কোনোমতে কোৱাদি ক'লে—"বেয়া নেপাবা জুনু, মোৰ ভুল হৈছিল।"

কথাষাৰ তাইক তৃপ্ত কৰিলে। খুব চমুকৈ তেতিয়া তাই কলে—"তেনেহলে ব'লক এতিয়া যাওঁ। বহুত দেৰী হ'ল।"

কৈ কৈ তায়ে আগধৰি খোজ আগবঢ়াইছিল।

এন্ধাৰ পাৰ্কখনৰপৰা ওলাই আহি তাই ভাবিছিলঃ তাত বাৰু লাইটৰ ব্যৱস্থা কেতিয়া হব? চহৰৰ ভিতৰত এইডোখৰ ঠাইতেই বোধহয় লাইট নাই। অথচ কিমান দৰকাৰ!

## সাত

মাত্র সেইদিনাই! তাৰ পিচত আৰু তেনে ঘটনা কোনোদিন ঘটা নাই। অনুপমেও কোনোদিন জুলুম কৰা নাই তাইক।

সেইবুলি সেই ঘটনাৰপৰা যে অনুপমে তাইৰ প্ৰতি কিবা অবাঞ্ছনীয় আচৰণ প্ৰদৰ্শন কৰিছে সিও নহয়। সি আগেয়ে যি আছিল এতিয়াও সেয়ে।

আৰু এটা কথা এই প্ৰসঙ্গতে উল্লেখ কৰি থোৱা নিশ্চয় অবান্তৰ নহব।

সুৰঞ্জনা আৰু অনুপমৰ মাজৰ অবাধ মিলা-প্ৰীতিয়ে মাক-দেউতাক বা অবন-তপনহঁতৰ মনত যদিও কোনো উদ্বেগৰ সৃষ্টি কৰা নাছিল, তথাপি ওচৰ-চুবুৰীয়া কিছুমানৰ মাজত সি এটা মুখৰোচক আলোচনাৰ বিষয় হৈ পৰিছিল।

অনেকে অনেক ধৰণৰ অবাঞ্ছনীয় মন্তব্যও প্ৰকাশ কৰিছিল।

মন্তব্যকাৰী সকলৰ ভিতৰত ঘাইকৈ আছিল এনে এচাম উতনুৱা ডেকা ল'ৰা, যিয়ে সুৰঞ্জনাৰ দগমগীয়া ৰূপ-যৌৱনত মুগ্ধ আৰু লুব্ধ হৈ তাইৰ কাষত একাধিকবাৰ প্ৰেম নিবেদন কৰিবলৈ চেষ্টা কৰি ব্যৰ্থ হৈছিল, তাইৰ অপৰূপ ৰূপৰ শিখাত অন্ধৰ দৰে জপিয়াই পৰিব খুজি অতি পুতৌজনকভাৱে মুখ-থেকেচা খাই পৰিছিল।

স্বাভাৱিকতে সেই চাম হতভগীয়া ব্যৰ্থপ্ৰেমী ডেকায়ে অনুপমৰ সৈতে সুৰঞ্জনাৰ বাধাহীন মিলামিচা দেখি প্ৰতিহিংসাৰ জুইত দেই-পুৰি সিহঁতৰ বিৰুদ্ধে অকথনীয় কুৎসা ৰটনা কৰি ফুৰিছিল।

সিহঁতৰ ভিতৰত এটাৰ নাম থাউকতে উল্লেখ কৰি থোৱা হয়তো অন্যায় নহব। কিয়নো প্ৰত্যক্ষভাৱে আত্মপ্ৰকাশ নকৰিলেও সিয়ে হ'ল অনুপমৰ একমাত্ৰ প্ৰতিদ্বন্দ্বী।

তাৰ নাম অনন্ত।

ঘৰ সুৰঞ্জনাহঁতৰ ঘৰৰপৰা অলপ আঁতৰতে। দুবাৰ মৰি-মুজি পৰীক্ষা দিয়ো বি-এটো পাছ কৰিব নোৱাৰি এখন স্থানীয় সাহায্যপ্ৰাপ্ত ভেন্সাৰ স্কুলত মাষ্টৰী কৰি আছে।



সি হাইস্কুলত পঢ়ি থকা দিনতেই বাপেক ঢুকাইছিল। এতিয়া বিধৱা মাক আৰু বিয়া দিব লগা হৈ থকা অথচ বয়স ভাটী দিয়া ভনীয়েকজনীৰে সৈতে দুটা ভায়েক আছে।

মাকৰ ইচ্ছা—জীয়েকক দিব পৰা নাই নাই ; ভগবানে য'ত যেনেকৈ জোৰা মিলাই থৈছে সেই মতেহে হব! মিছাকৈ তাইৰ কাৰণে অপেক্ষা কৰি থকাৰ কোনো লাভ নাই। তাই ওলাই যোৱাৰ আগে বোৱাৰী জনীকে… ..

কিন্তু অনন্তই বিয়াৰ নামকে শুনিব নোখোজে। মাকৰ আগত সি স্পষ্টভাৱে ঘোষণা কৰি থৈছেঃ "তাইৰ এটা সদগতি লগাব নোৱাৰালৈকে মোৰ বিষয়ে অকণো চিন্তা কৰিব নোৱাৰোঁ। তাইৰ এটা সুব্যৱস্থা কৰি লব পাৰিলেই তোৰ মনৰ বাঞ্ছা পূৰ্ণ হব।"

আচলতে বোধহয় কথা সেইটো নহয় অনন্তৰ। সেইটো মাকক কোৱা কথাহে ; কিয়নো ভনীয়েকক দিয়াৰ কাৰণে সি বিশেষ একো চেষ্টা কৰা নাই। তাৰ আচল উদ্দেশ্য বেলেগ।

বন্ধু-বান্ধৱৰ আগত, বিশেষকৈ তাৰ অতি অন্তৰঙ্গ বন্ধু কেইটাৰ আগত সি প্ৰায়ে কয়ঃ "আগতে সুৰঞ্জনাৰ কিবা এটা হৈ যাওক, তাৰ পিচত হে মোৰ কথা চিন্তা কৰা হব।"

অনন্তৰ কথাৰ সুৰত প্ৰকট হৈ উঠা দৃঢ়তা বা হতাশাৰ সুৰটো বন্ধুহঁতে হয়তো হৃদয়ঙ্গম কৰিব পাৰে ; হয়তো নোৱাৰে।

এদিন এই অনন্তয়ে সুৰঞ্জনাক নিৰাপদজনকভাৱে লগ পাই কৈছিল—"চোৱাঁ ৰঞ্জনা, তুমি মোক এইখন মুখেৰেই কেবাবাৰো আঁতৰাই পঠিয়াইছা, কিন্তু মই আকৌ আহিছোঁ। হয়তো তাৰ বাবে তুমি মোক নিলাজ বুলিও ক'ব পাৰা ; ঘৃণা কৰি আকৌ দূৰলৈ ঠেলি দিব পাৰা। তথাপি মোৰ উপায় নাই। যাক এবাৰ অন্তৰত ঠাই দিছোঁ—"

অনন্তৰ কথা শেষ নহ'ল, কঠোৰ অৱজ্ঞাসূচক দৃষ্টিৰে এবাৰ তাৰ ফালে চাই সুৰঞ্জনাই তীক্ষ্ণ স্বৰে কৈ উঠিছিল—"সাৱধান অনন্তদা, মই তোমাক আগতেও কেবাদিনো ৱাৰ্ণিং দিছোঁ—আৰু এতিয়াও কওঁ—এনে নীচ অভিপ্ৰায় লৈ তুমি মোৰ ওচৰলৈ নাহিবা। যদি মোৰ কথা নুশুনা তেন্তে খুৰীদেউৰ ওচৰলৈ গৈ তোমাৰ সকলো কথা কৈ দিম।"

এটা কুৎচিত হাঁহিৰে অনন্তই কৈছিল—"সেই আগন্তুক বিপদৰ

কাৰণে অনন্ত সদায়ে সাজু আছে ৰঞ্জনা! কিন্তু মই ভাবোঁ—তাৰপৰা কোনো লাভ নহব। তাতকৈ তুমি যদি তোমাৰ মত পৰিবৰ্তন কৰি মোৰ হৃদয়-কামনাক সাৰ্থক কৰি তুলিবলৈ—"

সুৰঞ্জনা অধৈৰ্য্য হৈ উঠিছিল।

কণ্ঠত প্ৰচ্ছন্ন ক্ষোভ আৰু প্ৰচণ্ড ৰূঢ়তা লৈ অনন্তৰ কথা শেষ হোৱাৰ আগে আগে তাই কৈ উঠিছিল—"তোমাৰ এই বলিয়ালিবোৰ এৰিবানে নাই অনন্তদা? লাজ নেলাগে নিজৰ ভনীৰ দৰে এজনী ছোৱালীৰ পিচে পিচে এইদৰে লাগি ফুৰিবলৈ? ওচৰৰ আন মানুহে এইবোৰ দেখিলে শুনিলে কি ভাবিব? ছিঃ! আঁতৰ হোৱা মোৰ ওচৰৰপৰা!"

আৰু কৈয়েই তাই উচাট মাৰি আঁতৰি আহিছিল অনন্তৰ কাষৰপৰা।

সেই যে অনন্তৰ কাষৰপৰা আঁতৰি আহিছিল সুৰঞ্জনা, তাৰপৰা আজি চাৰি-পাঁচ মাহে তাই অনন্তৰ সন্মুখীন হোৱা নাই।

সেইদিনাৰপৰা অনন্তক দেখিলে তাই পাৰ্য্যমানে আঁতৰি ফুৰা হ'ল। বাটে-পথে কেতিয়াবা দেখাদেখি হলেও তাই দূৰতে মুখ লুকুৱায় নতুবা কাষৰ কাটি আঁতৰি যায়। কেতিয়াবা ভয় লাগে—জানোবা ছলে-বুদ্ধিয়ে পাই অপমান কৰি দিয়ে!

অৱশ্যে সেইকণ ভয়ৰ বাহিৰে অনন্তৰ প্ৰতি তাইৰ অন্তৰত কোনো ভয় নাই। কাৰণ তাই জানে—ছলে কৌশলে লগ পালে অনন্তই তাইক মুখেৰে আমনি কৰিব পাৰে; কিন্তু তাইৰ কোনো অপকাৰ কৰিব নোৱাৰে।

তাইক বেয়াকৈ অপদস্থ কৰাৰ দুঃসাহস অনন্তৰ নিশ্চয় নাই।

আৰু সেই বাবেই আজিকালি সি তাইৰ আৰু অনুপমৰ বিৰুদ্ধে ডাল-পাত জোৰাদি নানা ধৰণৰ অপপ্ৰচাৰ চলাই ফুৰে। তাক সেই বিষয়ত সহায় কৰে তাৰ দৰেই ধিতিঙা ল'ৰাহঁতে—যাৰ মুখৰ ফোচ্-ফোচনিৰ বাহিৰে অন্তৰত সৎসাহস বোলা কোনো পদাৰ্থ নাই।

সুৰঞ্জনাই অনুপমৰ আগতো অনন্ত আৰু তাৰ লগৰীয়াহঁতৰ অসভ্যালিৰ কথা কবলৈ বাকী ৰখা নাই।

তাইৰ মুখৰ পৰা অনন্তহঁতৰ কাপুৰুষালিৰ কথা শুনি অনুপমে কেৱল হাঁহে, কোনো মন্তব্য নকৰে।

## আঠ

অৱসৰপ্ৰাপ্ত চৰকাৰী চাকৰিয়াল ঈশ্বৰ বৰুৱাহঁতৰ ঘৰ সুৰঞ্জনাহঁতৰ ঘৰৰপৰা দুমাইলমান আঁতৰত।

বিশেষ আহ-যাহ নেথাকিলেও তেওঁলোকৰ লগত সুৰঞ্জনাহঁতৰ পৰিচয় আছে। বিয়াই-সবাহেও দুয়োঘৰৰ মাজত নিমন্ত্ৰণ আদি চলে।

বৰুৱাৰ বয়স সম্প্ৰতি তিনিকুৰিৰ ওপৰত।

ডাঙৰ ল'ৰা বলীনে বেছি পঢ়াশুনা কৰিব নোৱাৰিলে। কোনোমতে মেট্ৰিকটো পাছ কৰি, কিছুদিন চাকৰিৰ অন্বেষণত ঘূৰি-ফুৰি ব্যৰ্থ হৈ শেষত কাঠৰ কাৰবাৰত নামিল।

এতিয়া তেওঁৰ এটা কাঠ-ফলা মিল আছে। বহুত কৰ্মীয়ে তাত কাম কৰে। গতিকে দেখা যায় কাৰবাৰ বেছ ভালেই চলিছে।

বলীনে সংসাৰ পতা পাঁচ বছৰমানেই হ'ল। এতিয়া দুজনী ছোৱালীৰ পিতৃ।

বলীনৰ পিচতে পৰেশ আৰু পৰেশৰ পিচত দুজনী ছোৱালী।

ডাঙৰজনীৰ নাম দুলালী। সৰুজনীৰ নাম জোনালী।

দুলালী আৰু জোনালীয়ে সুৰঞ্জনাহঁতৰ স্কুলতে পঢ়িছিল। দুলালী আছিল সুৰঞ্জনাতকৈ এশ্ৰেণী ওপৰত আৰু জোনালী দুশ্ৰেণীমান তলত।

কিন্তু মেট্ৰিক পৰীক্ষা দিওঁতে দুলালী আৰু সুৰঞ্জনাই একেলগেই দিছিল।

মেট্ৰিক পাছ কৰি কলেজৰ প্ৰাক-বিশ্ববিদ্যালয় শ্ৰেণীতো দুয়ো একেলগেই পঢ়িছিল। ডিগ্ৰী ক'ৰ্ছৰ প্ৰথম আৰু দ্বিতীয় বাৰ্ষিকতো একেলগেই আছিল।

কিন্তু দ্বিতীয় বাৰ্ষিকৰ পৰা তৃতীয় বাৰ্ষিকলৈ যাওঁতে এৰাএৰি হ'ল। অৰ্থাৎ দুলালী তৃতীয় বাৰ্ষিকলৈ উত্তীৰ্ণ হবলগীয়া পৰীক্ষাত একেঠাইতে বৈ গ'ল।

আৰু সেই বৈ যোৱাতেই ঘটিল দুলালীৰ কলেজীয়া জীৱনৰ পৰিসমাপ্তি।

দ্বিতীয় বাৰ্ষিকলৈকে একেলগে পঢ়িলেও দুলালী আৰু সুৰঞ্জনাৰ মাজত কিন্তু বিশেষ বন্ধুত্ব নাছিল। তাৰ কাৰণ সুৰঞ্জনাই দুলালীক সিমান ভাল নেপাইছিল; কিয়নো সুৰঞ্জনা যি প্ৰকৃতিৰ ছোৱালী দুলালী তাৰ ঠিক ওলোটা।

দুলালী বৰ কথকী আৰু উতনুৱা ধৰণৰ ছোৱালী। সাংঘাতিক বিলাসীও। কলেজত পঢ়া কেইটা দিনত কত ল'ৰাৰ লগত যে তাই চিনাকি নহ'ল, কতক যে ননচুৱালে; কতৰ লগত যে হলি-গলি নকৰিলে—সেইবোৰ কবলৈ গলে এতিয়া এখন উপন্যাসেই হবগৈ।

যি নহওক, দুলালীৰ মতে নিজৰ অভিৰুচি আৰু প্ৰকৃতি সম্পূৰ্ণ বিপৰীত আছিল কাৰণেই সুৰঞ্জনাই দুলালীৰ সতে কোনোদিন বন্ধুতা নকৰিলে। দুলালীয়ে ইচ্ছা কৰাসত্ত্বেও তাই তাইক আঁতৰাই পঠিয়ালে।

পিছে জোনালীজনী আকৌ তেনেকুৱা নহয়। তাইৰ স্বভাৱ-চৰিত্ৰ বহুক্ষেত্ৰতে সুৰঞ্জনাৰ লগত মিলে। সেই দেখি সুৰঞ্জনাই তাইক বেয়া নেপায়। কথা-বতৰাও ভালদৰেই পাতে তাইৰ লগত।

এতিয়া জোনালী সুৰঞ্জনাহঁতৰ কলেজৰ প্ৰাক-বিশ্ববিদ্যালয় শ্ৰেণীত।

সঁচা কথা কবলৈ গ'লে এই জোনালীৰ মুখৰ পৰাই সুৰঞ্জনাই অনুপম আৰু দুলালীৰ ভিতৰৰ সেই অবাঞ্ছিত ঘটনাটোৰ কথা গম পাইছিল। অনুপমে দুলালীক বিয়া কৰাব বুলি প্ৰতিশ্ৰুতি দিয়াৰ কথা শুনিছিল।

কেনেকৈ কি সূত্ৰে আৰু কেতিয়াৰ পৰা বলীনৰ লগত অনুপমৰ পৰিচয় গঢ়ি উঠিছিল ক'ব নোৱাৰোঁ; কিন্তু এদিন গম পোৱা গ'ল বলীন আৰু অনুপমৰ ভিতৰৰ সম্পৰ্ক বেছ ভ্ৰাতৃত্বপূৰ্ণ; অৰ্থাৎ বলীনক অনুপমে ককায়েকৰ দৰে শ্ৰদ্ধা কৰে আৰু বলীনেও তাক ভ্ৰাতৃবৎ স্নেহ কৰে।

এদিন আবেলিৰ কথা :

সাজপাৰ কৰি অনুপম ওলাইছিল সুৰঞ্জনাহঁতৰ ঘৰলৈ যাবলৈ। এনে সময়তে ওলালগৈ বলীন।



একালে যাত্ৰা কৰিবৰ সময়ত বলীনৰ উপস্থিতিটো অনুপমে পেটে পেটে ভাল নেপালেও মুখেৰে ভদ্ৰতা ৰক্ষা কৰি আদৰ-সাদৰকৈ তেওঁক বহিবলৈ দিলে আৰু পিয়নটোক চাহ কৰাৰ কথা ক'লে।

চাহৰ কথা শুনিয়ে বলীনে মাত দিলে—“নেলাগে, নেলাগে, চাহ আমাৰ ঘৰত হৈয়ে আছে; এতিয়া কেৱল আমি গৈ পালেই হ'ল।”

বলীনৰ কথাৰ অৰ্থ বুজিব নোৱাৰি অনুপমে সুধিলে—“তাৰ মানে?”

“বুজা নাই? অৱশ্যে মোৰেই দোষ; মই তোমাক কথাটো খুলি কোৱা নাই। বাৰু শুনা, আজি আমাৰ ঘৰত তোমাৰ চাহৰ নিমন্ত্ৰণ আছে।”

“মই একো বুজি পোৱা নাই দাদা! আপোনালোকৰ ঘৰত মোৰ চাহৰ নিমন্ত্ৰণ আছে, অথচ আপোনালোকৰ ঘৰকে মই কোনোদিন—”

“দেখা নাই নহয় জানো? ওঁহো, নেদেখিবা কেলেই! নিশ্চয় দেখিছা। ক'ব পাৰা আজিলৈকে চিনাকি হোৱা নাই তাঁনবোৰৰ লগত। কিন্তু মই এতিয়া অহাৰ উদ্দেশ্যও হ'ল সেইটোৱেই। তোমাৰ সতে মোৰ পৰিচয় হোৱা আজি চাৰি-পাঁচ মাহ হ'লহি অথচ আজিলৈকে এদিনো তোমাক আমাৰ ঘৰখন দেখুৱাবলৈ নিয়া হোৱা নাই। ইয়াৰ কাৰণে তুমি মোৰ ওপৰত অভিযোগ দাখিল কৰিলেও মই তাক স্বীকাৰ কৰি লবলৈ বাধ্য।”

এইবুলি আত্মীয়তাৰ ভাবটো বেছি গভীৰ কৰি দেখুৱাবলৈ চেষ্টা কৰি বলীনে আকৌ কলে—“কিন্তু মই কৰিম কি কোৱাঁ! তুমিতো জানাই, কাৰবাৰৰ লেঠাত মই দিনটো বাহিৰতে থাকোঁ। দিনত ঘৰৰ লগত মোৰ সম্পৰ্ক বৰ কম। গতিকে কথাটো মনে মনে ভাবি থাকিলেও কাৰ্য্যত একো কৰিব পৰা নাছিলোঁ। আজি কিন্তু সেইটো নহ'ল। কিবা এটা কামত মিলৰ পৰা ঘৰলৈ গৈছিলোঁ। নবৌৱেৰাই দপ্‌দপাই উঠিল : বোলে তেওঁৰ কথা যে সদায় কৈ থাকেহি এদিন লগতে লৈ আহিব নোৱাৰে জানো? আমি কিবা চা-চিনাকি হব নেলাগে নেকি আপোনাৰ নতুন ভায়েকৰ লগত?”

তাৰ পিচত মুহূৰ্ত্ত সময় কবলৈ এৰি বলীনে এবাৰ উজ্জ্বল দৃষ্টিৰে অনুপমৰ বিস্ময়াচ্ছন্ন মুখলৈ চাই-লৈ পুনৰ কবলৈ ধৰিলে—“বুইছা শৰ্মা, মই তোমাৰ কথা আমাৰ তেওঁৰ আগত প্ৰায়ে কৈ থাকোঁ।

তোমাৰ দৰে এজন গুণী ল'ৰা ভাইৰ দৰে পোৱাটো যে কিমান আনন্দৰ কথা তাক মই তেওঁৰ আগত কৈয়ে থাকোঁ। সেই দেখি তোমাক চাবলৈ তেওঁৰ বৰ হেঁপাহ। অকল তেওঁৰেই নহয় অৱশ্যে; দেউতা আৰু মোৰ পিচৰ ভাইটো আৰু ভনী দুজনীৰো বৰ ইচ্ছা। আজি সেই কাৰণেই ভাবিলোঁ, সময়তো মোৰ সদায়ে নাই; সেই বুলি সময় নাই বুলিতো কোনো কাম পৰি থকা নাই। গতিকেই ঘপহ কৰে ঘৰৰ পৰা ওলালোঁ আৰু আহোঁতে নৰ্বোৱেৰবাক কৈ আহিছোঁ—মই তেওঁক এতিয়াই লৈ আহিম। চাহ-তাহ ৰেডী কৰি ৰাখিবা।"

সল্সলকৈ একেবাহে ইমানখিনি কথা কৈ আহি বলীনে আকৌ এবাৰ সন্তৰ্পণে অনুপমৰ মুখলৈ চালে আৰু জেপৰ পৰা নাম্বাৰ টেন চিগাৰেটৰ পেকেট উলিয়াই এটা জ্বলাই ললে।

বাস্তৱিকে বলীনৰ এই আকস্মিকতাত অনুপম বৰ বিস্মিত হৈছিল। সি ভাবি একো ঠিক কৰিব নোৱাৰিলে, তেওঁৰ এই আচম্বিত আৰু অপ্ৰত্যাশিত আবিৰ্ভাৱ আৰু কথা-বতৰাৰ মাজত কি গোপন ৰহস্য নিহিত আছে।

বলীনৰ এই আচৰণে অনুপমক কিছু সন্দিগ্ধও কৰি তুলিলে।

সি ভাবিলেঃ উদ্দেশ্য বিয়ে নেথাকক, মুঠতে সি আজি তেওঁলোকৰ ঘৰলৈ নেযায়। এইটো কোন দেশৰ শিষ্টাচাৰ—ঘৰত চাহ কৰিবলৈ কৈ আহি আচম্বিতে এজন লোকক এইদৰে নিমন্ত্ৰণ কৰিবলৈ অহা!

দ্বিতীয়তেঃ বলীনৰ ঘৰত দুজনীকৈ গাভৰু ছোৱালী আছে। সি কি বুলি তেওঁৰ লগত গৈ তাত চাহ খাবগৈ? কি বুলি পৰিচয় হব তেওঁলোকৰ সতে?

মনত সৃষ্টি হোৱা খেলিমেলিখিনি যথাসম্ভৱ চম্ভালিবলৈ চেষ্টা কৰি অনুপমে বৰ শান্তভাৱে মাত লগালেঃ "এটা কথা দাদা, মই এতিয়া এফালে যাবলৈ ওলাইছোঁ, গতিকে ইচ্ছা থকাসত্বেও আপোনাৰ নিমন্ত্ৰণটো আজিলৈ—"

"অ' ন' ন'!" বলীনে চিঞৰি উঠিল—"সেইটো হবই নোৱাৰে শৰ্মা! তোমাক আজি মই নিম বুলি আহিছোঁ, নিমেই। জানাইতো, মোৰ সময় বৰ কম। তাতে তোমাক লৈ যাম বুলি মই ঘৰত ডাঠ দি কৈ আহিছোঁ। তেওঁলোকে চাগৈ বাটলৈ চায়ে আছে।"



অনুপমে মনৰ ভিতৰত কিবা এটা বিচাৰি চালে।

তাৰ পিচত ক'লে—"বাৰু ধৰক, আপুনি আহি পোৱাৰ আগে আগে মই কেনিবা ওলাই গলোঁ, তেতিয়া কি কৰিলেহেঁতেন?"

বলীনে এটা আত্মশ্লাঘাৰ হাঁহি মাৰিলে।

"জানিছা শৰ্মা, ইমান কেঁচা কামৰ মানুহ হোৱা হলে মই আজি বিজনেছত ইমান উন্নতি কৰিব নোৱাৰিলোহেঁতেন। কোন মানুহক কেতিয়া লগ পোৱা যায় মোক সুধিবা।"

অনুপমে দেখিলে কথা বিষমেই; তেওঁৰ এই লেকেতীয়া গৰাসৰপৰা আজি আৰু মুক্তি পোৱা সহজ নহয়।

কিন্তু আজি কি আপদে পালে তাক? তেওঁৰ অনুৰোধক্ৰমে সি যেনিবা এতিয়াই, এইটো পোছাকেৰেই তেওঁলোকৰ ঘৰলৈ গ'ল। তেওঁলোকে ভাবিব কি? তেওঁৰ ঘৈণীয়েকে, ভায়েকে, ভনীয়েকহঁতে কি ভাবিব? আৰু তেওঁৰ বোলে দেউতাকো জীৱিত আছে; বুঢ়ায়েবা ভাবিব কি?

সাত-পাঁচ বহুত চিন্তা কৰি অনুপমে আকৌ আপত্তি দৰ্শালেঃ "শুনক দাদা, আজিলৈ মোক বেয়া নেপাব। এজন মানুহক ঠিক ইমান সময়তে মই লগ ধৰাৰ কথা আছে। লগ নধৰিলে বৰ বেয়া হব কথাটো। গতিকে আপুনি নেথাকিলেও মই এদিন অকলেই আপোনা-লোকৰ ঘৰলৈ গৈ সকলোৰে লগত চা-চিনাকি হৈ আহিম। লাগিলে কাইলৈকে যাম।"

কিন্তু তাৰ সেই চতুৰালি কামত নাহিল।

বলীনে ক'লে—"মই জানো, এইখিনি সময়ত তোমালোকৰ বহুত কাম থাকে। বহুতক লগ ধৰিবলগীয়া থাকে। কিন্তু মই এতিয়া যিটো প্ৰস্তাৱ কৰিছোঁ, সেইটো এটা দৰকাৰী কামৰ ভিতৰতে। গতিকে তুমি ওলোৱা। যদি অগত্যা আজি সেই ভদ্ৰলোকক লগ নধৰিলে নহয় তেন্তে আমাৰ ঘৰৰ পৰাই যাবাগৈ।"

অনুপমে বুজিলে—আৰু কথা বঢ়াই লাভ নাই। তেওঁ যিটোত লাগিছে কৰিহে এৰিব।

অৱশেষত অনিচ্ছা সত্বেও অনুপম বলীনৰ লগত যাবলৈ ওলাল।

তেতিয়া সন্ধ্যা লাগোঁ লাগোঁ।

## নয়

বলীনহঁতৰ ঘৰ পোৱাৰ আগমুহূৰ্ত্তলৈকে অনুপমৰ মনত যি সঙ্কোচ, অস্বস্তি আৰু লাজে বাহ বান্ধিছিল, সেইখিনি গৈ পোৱাৰ পিচত সেইবোৰ লাহে লাহে আঁতৰি গ'ল।

বলীনহঁতৰ ঘৰত উপস্থিত হোৱাৰ এক মুহূৰ্ত্তৰ আগলৈকে সি ভাবিব পৰা নাছিল যে বলীনে কোৱাৰ দৰে সঁচাকৈয়ে বলীনৰ ঘৈণীয়েক আৰু ভায়েক-ভনীয়েকহঁতে তালৈ আগ্ৰহেৰে বাট চাই আছিল।

মানুহ ঘৰৰ লগত পৰিচয় হৈ অনুপমে অনুভৱ কৰিলেঃ সুৰঞ্জনাহঁতৰ ঘৰখনৰ লগত এই ঘৰখনৰ বিশেষ পাৰ্থক্য নাই। ঘৰ-দুৱাৰৰ অৱস্থাও সুৰঞ্জনাহঁতকৈ ভালহে।

প্ৰথমবাৰ বিজাল্ট বেয়া কৰি এইবাৰ পুনৰ ডিগ্ৰী ক'ৰ্ছৰ ফাইনেল পৰীক্ষা দিবলৈ ওলোৱা পৰেশক হেনো অনুপমে এনেয়ে চিনি পাইছিল।

দুলালী আৰু জোনালীকো বাটে-পথে কেতিয়াবা দেখা যেন লাগে। বলীনদাৰ ভনীয়েক বুলি এতিয়াহে জানিলে। স্কুলৰ পৰা কলেজলৈকে দুলালীয়ে সুৰঞ্জনাৰ সতে একেলগে পঢ়াৰ কথা সি তাইৰ মুখৰপৰাহে গম পালে।

অনুপম যাওঁতে বলীনহঁতৰ দেউতাক ঘৰত নাছিল। মাকতো তেওঁলোকৰ নায়েই। তেওঁ দুকুৰা বোলে কেবাবছৰো হ'ল।

ঘৈণীয়েক অলকা আৰু ভনীয়েক দুলালী-জোনালীক বলীনে চাহ খাই থাকোঁতেই অনুপমৰ সতে চিনাকি কৰাই দিছিল।

আচল ঘৰ ক'ত, ঘৰত কোন কোন আছে, চাকৰিত সোমোৱা কিমানদিন হ'ল ইত্যাদি কথা সোধ-পোছ কৰি অলকাই শেহত অনুপমক কৈছিল—"আপোনাৰ কথা এখেতে প্ৰায়ে মোৰ আগত কৈ থাকে। মই বোলোঁ মুখেৰে কৈ থাকিলে কি হব, এদিন লগত লৈ আহিলেহে হয়। আমি চা-চিনাকি হব নেলাগেনে?"

পৰেশে কৈছিল—"আপোনাক মই ক'ৰবাত ক'ৰবাত প্ৰায়ে দেখোঁ।



কিন্তু ককাইদেউৰ লগত চিনাকি আছে বুলি আজিহে গম পালোঁ। ভাল লাগিল আপোনাৰ সতে চিনাকি হবলৈ পাই।"

দুলালীয়ে কৈছিল—"ককাইদেউৰ কিন্তু ঘৰৰ লগত সম্বন্ধ বৰ কম। গতিকে আজি ককাইদেৱে বাটটো খুলি দিছে যেতিয়া সময় পালে আহি থাকিব।"

স্বভাৱমুখৰা দুলালীৰ কথাবোৰে তাক আকৃষ্ট কৰিছিল।

জোনালীয়েও বৌৱেক আৰু বায়েকৰ সুৰতে সুৰ মিলাই দুআষাৰমান কৈছিল।

আহিবৰ সময়ত বলীনৰ ঘৈণীয়েকে আকৌ কৈছিল—"এখেতৰ কথাতো জানেই; দুপৰীয়া ভাত মুঠি খাবলৈ অহাৰ বাহিৰে দিনটো বাহিৰতে। দেউতাও আবেলি হলেই কেনিবা ওলাই যায়। বুঢ়া মানুহ; দিনটোনো ঘৰডালতে কিমান সোমাই থাকিব! সেইদেখি সমান বয়সীয়া কাৰোবাৰ ঘৰত তাচ-পাশা খেলি বহি থাকেগৈ। অকলশৰীয়া যেতিয়া আপুনিও চাগৈ আবেলি কেনিবা ওলাইহে যায়। কেতিয়াবা আমাৰ এইপিনেও আহিবচোন!"

অলকাৰ কথাকিষাৰ অনুপমৰ ভাল লাগিছিল।

সি লাহেকৈ কৈছিল—"চাওঁ বাৰু, চিনাকি হলোঁ যেতিয়া আহিবইতো লাগিব মাজে মাজে!"

কৈ কৈ বলীনৰ সৈতে একেলগে অনুপম ওলাই আহিছিল বলীনহঁতৰ ঘৰৰপৰা।

পদূলিমুখ পাই ঘূৰি চাই সি দেখিছিল—অলকা আৰু দুলালীয়ে সিহঁত যোৱাৰ ফালেই একদৃষ্টিৰে চাই আছে।

ইয়াৰ প্ৰায় দুসপ্তাহমান পিচত অনুপম এদিন অকলেই বলীনহঁতৰ ঘৰ ওলালগৈ।

সেইদিনাও বুঢ়া ঘৰত নাছিল। পৰেশো নাছিল। সেইদেখি বলীনৰ ঘৈণীয়েক আৰু দুলালী-জোনালীৰ লগত কথা-বাৰ্তা পাতিয়ে চাহ-তামোল খাই সি গুচি আহিবলগীয়া হৈছিল।

কিন্তু সেই যে দ্বিতীয়বাৰ বলীনহঁতৰ ঘৰলৈ গৈছিল অনুপম, তাৰপৰাই তাৰ কিবা এটা হ'ল। বলীনহঁতৰ ঘৰলৈ তাৰ সঘনে যাবলৈ মন যোৱা হ'ল।

তাৰ সেই আকৰ্ষণৰ মূল কেন্দ্ৰ হ'ল ডুলালী। সেই দুদিনৰ ভিতৰতে যেন ডুলালীয়ে তাৰ মনৰ মাজত আচৰিত প্ৰভাৱ বিস্তাৰ কৰিলে।

অনুপমে অনুভৱ কৰিলে—তাৰ মন-গহনৰ যিডোখৰ ঠাই একান্ত আত্মীয়ভাৱে সুৰঞ্জনাই দখল কৰি লৈছিল, ঠিক সেইডোখৰ ঠাইতে যেন নিজৰ প্ৰাধান্য বিস্তাৰ কৰিবলৈ ডুলালী উঠি-পৰি লাগিছে।

কিন্তু কেনেকৈ? তাৰ মনৰ নিভৃতৰ যিডোখৰ ঠাই সুৰঞ্জনাই ইমানদিনে একান্ত নিজাভাৱে দখল কৰি আহিছে, সেইডোখৰ ঠাই ডুলালীয়ে জোৰকৈ কাঢ়ি লব কেনেকৈ? সুৰঞ্জনাৰ অৱস্থা কি হব তেন্তে? তাই ক'লৈ যাব?

অনুপমে উপলব্ধি কৰিলে—তাৰ সমুখত এতিয়া দুপাহ ফুল। দুই পাহেই একেজাতীয় একেবৰণীয়া ফুল; দুই পাহেই পূৰ্ণপ্ৰস্ফুটিত পূৰ্ণযৌৱনা। পাৰ্থক্য কেৱল গন্ধৰ। এপাহৰ গন্ধ সুতীব্ৰ; আন পাহৰ মৃদু-তীব্ৰ।

সি প্ৰথমতে মৃদু-তীব্ৰ ফুলপাহিৰে গন্ধ লৈছিল; কিন্তু এতিয়া সেই গন্ধ যেন ভাল নলগা হ'ল। পূৰ্ণযৌৱনা আনপাহ তেজী ফুলৰ সুতীব্ৰ গন্ধই তাক যেন বলিয়া কৰি তুলিছে, চঞ্চল কৰি তুলিছে, মন-প্ৰাণ মতলীয়া কৰি তুলিছে।

অনুপমে ভাবিলে: সুৰঞ্জনা আৰু ডুলালীৰ মাজত স্বাস্থ্যগত প্ৰভেদ বেছি নেথাকিলেও সুৰঞ্জনাতকৈ যেন ডুলালীজনী বেছি আবেদনময়ী—বেছি আবেগময়ী। তাতকৈ বেছি লক্ষ্য কৰিবলগীয়া কথা ডুলালীৰ স্বভাৱজাত মুখৰতা। তাই যেন অনবৰতেই হাঁহি থাকিব, অনবৰতেই কথা কৈ থাকিব।

কিন্তু সুৰঞ্জনা তেনেকুৱা নহয়; তাই প্ৰকৃতিত যেনে নম্ৰ, নিৰ্জু আৰু স্বল্পভাষী, আনবোৰ বিষয়তো তেনে মাৰ্জিত, গহীন। দৰাচলতে ইয়াকো ছোৱালীৰ এটা সৌন্দৰ্য্য বুলিব পাৰি।

সেয়ে হলেও ডুলালীৰ মাত-কথাবোৰ যেন বেছি ভাল লাগে। সি যেনেকৈ হৈ-চৈ ভাল পায় তায়ো ভাল পায় সেইদৰে। ছোৱালী বতীয়াল হোৱাটো সুলক্ষণ। ডুলালীৰ গাত সেই সুলক্ষণ সি লক্ষ্য কৰিছে।



ডুলালীৰ আৰু এটা কথা অনুপমৰ ভাল লাগিছিল।

অনুপমে লক্ষ্য কৰিছিল—সুৰঞ্জনাতকৈ ডুলালী পিন্ধা-উৰাৰ প্ৰতি বেছি সচেতন; অৰ্থাৎ ৰূপ-চৰ্চাত সুৰঞ্জনাতকৈ ডুলালী বেছি আগবঢ়া।

সুৰঞ্জনাই সদায়ে মেখেলা-চাদৰ পিন্ধে। কলেজলৈ যাওঁতেও, ফুৰিবলৈ যাওঁতেও, ঘৰত থাকোঁতেও। কিন্তু ডুলালীৰ ৰুচি বেলেগ; তাই সদায় ৰুচি বদলাই কাপোৰ পিন্ধে। কেতিয়াবা পিন্ধে ৰিহা-মেখেলা বা মেখেলা-চাদৰ, কেতিয়াবা সাড়ী। বেছিকৈ তাই সাড়ীহে পিন্ধে। তাইৰ সাড়ীবোৰো দামী দামী।

সুৰঞ্জনাই হাত-কটা ব্লাউজ নিপিন্ধে; ডুলালীয়ে তেনেকুৱা ব্লাউজহে বেছিকৈ পিন্ধে। আজিকালি সেইটো এটা ফেছনেই।

তদুপৰি বেণী সজাতো ডুলালী বহুত আগবঢ়া। সুৰঞ্জনাই সৰ্ব-সাধাৰণ ছোৱালীয়ে যেনেকৈ বেণী গোঁথে, তেনেকৈয়ে বেণী গুঁথি থয়; ডুলালীয়ে সদায় বেণী নোগোঁথে। নতুন নতুন ফেছন মেগাজিনৰ আৰ্হি লৈ নতুন নতুন পদ্ধতিৰে তাই চুলি বান্ধে।

অৱশ্যে ডুলালীৰ চুলিখিনি সুৰঞ্জনাৰ দৰে দীঘল নহয়। মেলি দিলে সুৰঞ্জনাৰ চুলিখিনি একেবাৰে তপিনাত পৰে; ডুলালীৰ কঁকালৰ ওপৰতে থাকে। সেইবুলি তাৰ কাৰণে তাইৰ একো ক্ষতিও হোৱা নাই।

সকলো ছোৱালীৰে চুলিতো সুৰঞ্জনাৰ দৰে দীঘল নহয়।

হোৱাটো অৱশ্যে মানুহে সুলক্ষণ বুলি কয়।

তাৰ কিন্তু ডুলালীৰ চুলিখিনিও ভাল লাগে। বোধহয় তাই নতুন নতুন কাইদাৰে চুলি বান্ধিব জানে কাৰণেই।

সুৰঞ্জনাৰ সতে ডুলালীৰ তুলনা কৰি চাই অনুপমে আৰু এটা ব্যতিক্ৰম লক্ষ্য কৰিছে।

সি লক্ষ্য কৰিছে: ডুলালীতকৈ সুৰঞ্জনাৰ অকল সাজ-পাৰতেই নহয়, অলঙ্কাৰ-পাতিৰ প্ৰতিও সুৰঞ্জনাৰ মোহ বা আকৰ্ষণ বৰ কম।

চিনাকিৰ সেই প্ৰথম মুহূৰ্ত্তটোৰপৰাই অনুপমে দেখি আহিছে সুৰঞ্জনাৰ অলঙ্কাৰ-পাতিৰ প্ৰতি থকা সেই অভাৱনীয় উদাসীনতা। হাতৰ সাধাৰণ চুৰি দুপাট, কাণৰ ফুলযোৰ আৰু ডিঙিৰ সাধাৰণ

চেইনডালৰ বাহিৰে আৰু একো নাই। হাতঘড়ীটোও কলেজলৈ যাওঁতেহে লগাই যায়।

অথচ তুলালীৰ গাত অলঙ্কাৰৰ যে কি বাহাৰ! সেইবোৰ অলঙ্কাৰ হেনো তাইক ককায়েকেই দিছে। ঘড়ীটোও ককায়েকে দিয়া। পিছে তাইৰ হাতঘড়ীটো সুৰঞ্জনাৰটোৰ নিচিনা অকণমানি নহয়; তাইৰটো নতুন মডেলৰ ডাঙৰ আকাৰৰ লেডীজ ঘড়ী।

আজিকালি হেনো সেইবোৰ ঘড়ীহে বৰকৈ চলিছে। তাই ঘড়ীটো যেতিয়াই তেতিয়াই পিন্ধে।

কিন্তু এতিয়া কি কৰা যায়?

সুৰঞ্জনাৰ লগত যে তাৰ সম্পৰ্ক ভালেখিনি আগবাঢ়ি গ'ল! এক কথাত কবলৈ গলে সুৰঞ্জনা তাৰ বাকদত্তা। মুখেৰে প্ৰকাশ নকৰিলেও তাইৰ মাক-দেউতাকেও নিশ্চয় ঠিক কৰি থৈছে—তাইক তাৰ হাততেই এদিন অৰ্পণ কৰিব। নহলে তাৰ সতে তাইক ইমান ঘনিষ্ঠতা কৰিবলৈ স্বাধীনতা দিব কিয়?

অৰুন-তপনহঁতেও তো সেই বিষয়ত তাক কোনোদিনেই একো আধাৰ কোৰা নাই। নিশ্চয় সিহঁতৰো সেয়ে ইচ্ছা!

ইপিনে অৰুনৰ ঘৈণীয়েক! মন্দিৰায়ো ছল পালেই নন্দেকক জোৰাদি তাক এখোঁচ মাৰে। সেইটো খোঁচা নিশ্চয় মৰমৰ খোঁচা। তাৰ ভিতৰত বহুতো অৰ্থ লুকাই থাকে।

ইমানদিনে সুৰঞ্জনায়ো নিশ্চয় বহুত কথা ভাবি পেলাইছে। তাক কেন্দ্ৰ কৰি এখন কণমানি বিনন্দীয়া সংসাৰৰ কল্পনাত তাই চাগৈ এতিয়াও নিমগ্ন। বেচেৰীয়ে যে ইমান সোনকালে তাক একেবাৰে নিজৰ কৰি পেলালে!

এনেস্থলত তুলালীৰ সতে এনে এটা সম্পৰ্ক গঢ়ি উঠাৰ কথা গম পাব লাগিলে তাই কি কৰিব বাৰু? নিশ্চয় তাক খুব খং কৰিব। অকল খং কৰিয়ে নেৰে, তাক নানাভাৱে ভৰ্ৎসনাও কৰিব। কিয়নো, এইবাৰ সকলোৰে জনা কথা যে কোনো ছোৱালীয়ে নিজৰ মনেৰছা পুৰুষজনৰ বিপথগামিতা সহ্য নকৰে। নিজৰ মনৰ মানুহজনক আন এজনী ছোৱালীয়ে প্ৰেমাপ্লুত কৰিব খোজাটো সিহঁতৰ বাবে অত্যন্ত



অসহনীয় কথা। নিজৰ বাঞ্ছিতজনক আন এজনীয়ে মৰম কৰাটোকে সিহঁতে সহজভাৱে ল'ব নোৱাৰে। তাৰ কাৰণে সিহঁত যিকোনো অসম্ভৱকো সম্ভৱ কৰিবলৈ আগবাঢ়িব পাৰে। তেনেস্থলত তুলালীৰ লগত তাৰ······

নাই, সুৰঞ্জনাক সেই কথাৰ আভাস ঘূণাক্ষৰেও দিব নোৱাৰি। তাই বৰ একাচেকা ছোৱালী। কেতিয়া কি কৰি পেলায় কোনেও কবই নোৱাৰিব।

## দহ

ভাৱি-চিন্তি অনুপমে এটা কাম কৰিলে।

দুয়োকূল যাতে ৰক্ষা পৰি থাকে তাৰ কাৰণে সি এটা স্বকল্পিত বুদ্ধি উলিয়ালে। আৰু সেই বুদ্ধি মতেই সি কাম কৰি গ'ল।

সুৰঞ্জনাহঁতৰ ঘৰলৈ আগতে সি সপ্তাহত প্ৰায় ছদিনেই আহিছিল; এতিয়া ছদিনৰ ঠাইত তিনিদিন কৰিলে। বাকী তিনিদিন সি দুলালী-হঁতৰ ঘৰলৈ যায়।

তাৰ এই অভিনৱতাত অভিমান কৰি এদিন সুৰঞ্জনাই সুধিছিল—"কি হ'ল অনুপমদা, আজিকালি দেখোন আমাৰ ঘৰলৈ অহাটো পাতলাই দিছে? কিবা বেয়া পাইছে নেকি?"

তেনেই সৰু ছোৱালী এজনীৰ দৰেই আছিল তাইৰ অনুযোগটো।

সি হাঁহি মাৰি উত্তৰ দিছিলঃ "আৰে বাপ! পাগল নেকি! তোমালোকক আকৌ বেয়া পাবলৈ কিটো হ'ল? আৰু মোৰ সেইবোৰ লুকঢাক নাই দেই! কিবা বেয়া পালে মুখৰ আগতে কৈ দিম। জানাই দেখোন, তোমালোকৰ ইয়াত মই চাহ-ভাত খুজি খোৱা মানুহ! ... কিন্তু এতিয়া এনেকুৱা কিয় কৰিছোঁ জানা? বহুত কাৰণ আছে। বোধহয় তুমি নিজেও অলপ ধৰিব পাৰিছা! বাৰু শুনা; প্ৰথম কথা —তোমালোকৰ সতে গঢ়ি উঠা মোৰ এই আত্মীয়তাক তোমালোকৰ ওচৰ-চুবুৰীয়াই সমূলি ভাল পোৱা নাই। দুই-চাৰিজনৰ মন্তব্য মোৰ ইতিমধ্যে কৰ্ণগোচৰ হৈছেই। সেইদেখি তোমালোকৰ হিতৰ কাৰণেই আহ-যাহটো অলপ পাতলাই দিছোঁ। তেতিয়াহলে শত্ৰুৱে বেছি চল নেপায়। এনেয়েতো আমাৰ ভিতৰৰ সম্বন্ধ ঠিক আছেই। সেইটোহে আচল কথা। নহয় জানো?"

সুৰঞ্জনাই ভাবেঃ কথাটো হওঁতে মিছা নহয়। তাইৰ সতে, সিহঁতৰ ঘৰখনৰ সতে অনুপমৰ সম্বন্ধ বেছি ঘনিষ্ঠ হৈ অহাৰ পৰা ওচৰৰ বহুতো মানুহে সিহঁতক অলপ বেলেগ চকুৰে চাবলৈ লৈছে।



হয়তো সিহঁতৰ ঘৰত অনুপমৰ অবাধ আহ-যাহ আৰু তাইৰ সতে গঢ়ি উঠা অন্তৰঙ্গতাই তেওঁলোকক ঈৰ্ষান্বিত কৰি তুলিছে।

অনুপমৰ বাক-চাতুৰ্য্যত সুৰঞ্জনা বৰ সহজভাৱেই প্ৰত্যয় গ'ল। অনুপমক সন্দেহ কৰিবলৈ তাই ক'তো অকণো সুৰুঙা বিচাৰি নেপালে।

ইফালে তিনিদিন একেৰাহে গৈ চাৰিদিন নোযোৱা হলে দুলালীয়ে তাক সোধেঃ "কি হ'ল উপমদা, (শব্দটোৰ আভিধানিক অৰ্থ নেথাকিলেও দুলালীয়ে মৰমতে তাক সেই নামেৰে মাতিবলৈ লৈছিল) এই চাৰি-পাঁচ দিন ক'লৈ গৈছিল? এনেকৈ মানুহক মনোকষ্ট দিয়াটো ভাল নহয় দেই! জানে, কালি আপুনি আহিব বুলি নবৌৱে কি ধুনীয়া ধুনীয়া বস্তু তৈয়াৰ কৰি থৈছিল। কওকচোন, কিয় মাজে মাজে এনেকুৱা কৰে আপুনি?"

অনুপমে ঠিক সুৰঞ্জনাক কোৱাৰ লেখীয়াকৈয়ে ডাল-পাত জোৰাদি নানা কথা কয়।

তাৰ কথাত অবিশ্বাস কৰাৰ কোনো অৱকাশ বিচাৰি নেপাই দুলালীয়ে শেহত কয়ঃ "সেইটো হয় অৱশ্যে; আমাৰ চুবুৰীৰ মানুহবোৰ বৰ ভাল নহয়। অতি হিংসুক, পৰশ্ৰীকাতৰ। ককাইদেৱে বিজনেছত দোপত দোপে উন্নতি কৰি যোৱা কাৰণেও বহুতে আমাক হিংসা কৰে। পিছে হিংসা কৰিনো কৰিব কি?"

অনুপমে সেই কথাৰ লগতে আৰু কিবাকিবি জোৰা লগাই দিয়ে।

কোৱা বাহুল্য যে কেনেবাকৈ কাৰোবাৰ চকুত ধৰা পৰে বুলি অনুপমে দুলালীৰ সতে বৰকৈ ফুৰা-চকাও নকৰে। কাচিৎ কেতিয়াবা গলেও আগ-পিচ চাই খুব সাৱধানে যায়—তাকো সন্ধ্যাৰ আঁৰ লৈ। সুৰঞ্জনাৰ লগত যেনেকৈ খোজ কাঢ়ি ফুৰে তাইৰ লগত নুফুৰে।

তাইৰ সতে ফুৰিবলগীয়া হলেই সি ৰিক্সা লয়।

বলীনহঁতৰ ঘৰত থকাৰ সময়ত অনুপম বেছিখিনি সময় দুলালীৰ লগতে কটায়। এই বিষয়ত দুলালীৰ নবৌৱেকেও তাক প্ৰচুৰ সুবিধা দিয়াৰ কথা এই প্ৰসঙ্গতে উল্লেখনীয়।

সম্ভৱ অলকাই এই বিষয়ত কোনো গোপন উদ্দেশ্য নীৰৱে পোষণ কৰি আছিল। হয়তো তেওঁ ভাবিছিলঃ এয়াই সুযোগ, এনেকুৱা এটা

ল'বা সতকায় তেওঁলোকে নেপায়। গতিকে দুলালীয়ে কিবা এটা কৰিব পাৰে যদি কৰক।

অৱশ্যে মনৰ সেই গোপনীয়তা তেওঁ অনুপমৰ আগত কোনো ক্ষেত্ৰতে প্ৰকাশ হবলৈ নিদিছিল। হয়তো তাৰ কাৰণে তেওঁ অৱলম্বন কৰিবলগা হৈছিল কঠোৰ সতৰ্কতা।

দুলালীকো কোনো ধৰণৰ ইঙ্গিত দিয়া নাছিল অলকাই। বোধহয় তাৰ আৱশ্যকতাও তেওঁ অনুভৱ কৰা নাছিল; কাৰণ ইতিমধ্যে অনুপমৰ লগত দুলালী ভালেখিনি আগুৱাই গৈছিল।

সাধাৰণতে অনুপম এনেকুৱা সময়ত বলীনহঁতৰ ঘৰলৈ যায়—যিটো সময়ত বৰুৱা আৰু পৰেশ ঘৰত নেথাকে। বলীনকতো দিনত পোৱাই নেযায় ঘৰত। কেতিয়াবা জোনালীও নেথাকেহে।

অনুপমৰ সতে দুলালীক কোঠাত কথা পাতিবলৈ এৰি দি অলকা আঁতৰি আহে। অনুপম ওলাই নোযোৱা পৰ্য্যন্ত তেওঁ দুলালীৰ কোঠাৰ ফালে নেযায়। নিজৰ সৰু সৰু ছোৱালী দুজনীকো যাবলৈ নিদিয়ে।

গতিকে বন্ধ কুঠৰীৰ ভিতৰত দুলালী আৰু অনুপমৰ অবাধ স্বাধীনতা……।

এদিন অনুপমৰ পুৰুষসুলভ বলিষ্ঠ দেহৰ নিবিড় সান্নিধ্যত বাধা-হীনভাৱে নিজক বিলাই দি নানান অশ্লীল আমোদৰ মাজত বুৰ গৈ থকা অৱস্থাতে দুলালীয়ে অকস্মাতে সুধি পেলাইছিলঃ "বাৰু উপমদা, আজি আপোনাক এটা কথা সোধোঁ আপুনি কিন্তু সঁচা উত্তৰ দিব দেই। জোনালীৰ মুখত শুনিছিলোঁ, আপুনি হেনো সুৰঞ্জনাহঁতৰ ঘৰলৈকো যায়। তাইৰ লগতো হেনো আপোনাৰ—"

"ছি, ছি, ছি! তোমাক কোনে কৈছে এইবোৰ? জোনালীয়ে? একদম মিছা; কোৱাইট্ ফলছ! অৱশ্যে সুৰঞ্জনাহঁতৰ ঘৰলৈ কেতিয়াবা যাওঁ সঁচা; তাকো অবন গোস্বামীৰ লগত বন্ধুত্ব থকা কাৰণেহে। সুৰঞ্জনাৰ সতে ভালকৈ কথা এবাৰকে আজিলৈকে পাতিব পৰা নাই। ইমান লাজকুৰীয়া ছোৱালী সেইজনী!"

"সেইটো পিছে একেবাৰে সঁচা কথা দেই!" সুৰঞ্জনাৰ প্ৰতি অন্তৰত পোষণ কৰি থকা কিবা এক ক্ষোভেৰে দুলালীয়ে ক'লে—



"তাই বৰ বেলেগ টাইপৰ ছোৱালী। বৰ অহংকাৰীও। মোকে মাতিব নোখোজে। অথচ মেট্ৰিক দিয়াৰ পৰা কলেজলৈকে একেলগে পঢ়িলোঁ। …… মই ক'বৰ হলে আপুনি তাইক আসৈ নিদিয়াহে ভাল। নহলে যিহে কথা ক'ব নজনা ছোৱালী; কিবা নকবলগীয়া কথা কৈ দি মানুহৰ আগতে আপোনাক লাজত পেলাই মাৰিব।"

অনুপমে এটা শব্দহীন কুটিল হাঁহি মাৰিলে।

"মোক আৰু ইমান বেঙা বুদ্ধিৰ মানুহ বুলি ভাবিছানে? তেনেকুৱা নীৰস, অহংকাৰী ছোৱালীক মোৰ গাৰ নোম এডালেও নোপোছে জানা! পিছে জোনালীয়ে যে কলে……"

"ই—তাইৰ কথানো কি ক'ব? ক'ববাত কিবা এটা শুনি আহি ক'ব লাগে, কৈছেহি। তাইৰ কথাত মই কোনো ইম্পৰটেন্স নিদিওঁ জানে। পিছে কথাটো সোধাৰ কাৰণে আক' বেয়া নেপাব দেই।"

"মাই গড্! কথা সুধিলেই মানুহে বেয়া পায়নে?"

দিনবোৰ তেনেকৈয়েই গৈ আছিল।

ঠিক তেনেকৈও নহয় অৱশ্যে। দিন যোৱাৰ লগে লগে দুলালীৰ লগত অনুপমৰ সম্বন্ধ এটা বেলেগ পৰ্য্যায়লৈ উন্নীত হ'ল। অন্তৰৰ সম্বন্ধৰপৰা গৈ সিহঁতৰ ভিতৰত ক্ৰমে ক্ৰমে দৈহিক সম্বন্ধও ঘটিবলৈ ধৰিলে।

সম্ভৱ সিহঁতৰ সেই পদস্খলনৰ সম্ভেদ অলকাই পাইছিল।

তেওঁৰ মনত আশঙ্কা জন্মিলঃ যদিহে দুলালীৰ কিবা সৰ্বনাশ উপস্থিত কৰি অনুপম কেনিবা আঁতৰি যায়? চাকৰিয়াল মানুহ; আজি ইয়াত, কালি তাত। কোনদিনা ক'লৈ যাবলগীয়া হয় কোনে জানে? গতিকে সেইটো হবলৈ পোৱাৰ আগে আগে যদি কিবা এটা কৰি থোৱা যায় তেন্তে পিচত সি টুপাই বুৰ মাৰিব নোৱাৰে।

সাত-পাঁচ বহুত চিন্তা কৰি অৱশেষত দুলালীৰ নবৌৱেকে কথাটো বলীনৰ কাণ ছোৱালে, আৰু গিৰিয়েকৰ লগত আলোচনা কৰি ঠিক কৰিলে—যিমান পাৰি সোনকালে দুলালীৰ বিয়াখন পাতি পেলাব লাগে। ইতিমধ্যে বিভিন্ন কাৰণত দুলালীৰ দুই-তিনিখন হবলগীয়া বিয়া ভাগি গৈছে। এইবাৰ সেইটো হব নোৱাৰে।

বলীনৰ মত সাপেক্ষে কথাটো বৰুৱাৰো কৰ্ণগোচৰ কৰা হ'ল।

বুঢ়াই মত দিলে। নবৌৱেকে ডুলালীকো কথাটো জনালে। তাইৰতো আপত্তিৰ কোনো কাৰণেই নাই!

কিন্তু বিপদ আহিল অনুপমৰপৰা।

অলকাৰ মুখৰপৰা বিয়াৰ প্ৰস্তাৱ শুনি অনুপম গহীন হৈ গ'ল। সি ক'লে—"মই সেই বিষয়ে এতিয়াই একো ক'ব নোৱাৰিম নবৌ! কিয়নো মোৰ এখন ঘৰ আছে, আই-বোপাই আছে, দাদা আছে। তেওঁলোকৰ সতে সম্পৰ্ক নৰখাকৈ মই এই বিষয়ত এখোজো আগ-বাঢ়িব নোৱাৰোঁ।"

তাৰ কথাৰ যুক্তিযুক্ততাই বলীনহঁতৰ মনত প্ৰত্যয় জন্মালে যে আচলতে ডুলালীক বিয়া কৰোৱাত তাৰ কোনো আপত্তি নাই; মাত্ৰ প্ৰস্তাৱটো গুৰিৰপৰা অহাটোকে সি বাঞ্ছা কৰে।

অলকাই বলীনৰ পৰামৰ্শমতেই আকৌ কলে—"তেনেহলে সেই-টোৱেই হক, আমাৰো তো এই ফৰ্মেলিটি আছে। দাদাৰাক মই অহা সপ্তাহতে তোমালোকৰ ঘৰলৈ যাবলৈ কৈছোঁ।"

অনুপমে দেখিলে—কথা সৰ্বনাশ! এই জালৰপৰা সি ওলাব নোৱাৰিব নেকি? তাৰ তো এই জালত আবদ্ধ হোৱা উদ্দেশ্য নহয়। ডুলালীক জানো সি বিয়া কৰাব?

সি ততালিকে ক'লে—"নহয় নবৌ, ইমান লৰালৰি কৰিব লাগিছে কেলেই? নে আপোনালোকে কিবা ভয় কৰিছে? মই ক'বৰ হলে দাদাক এতিয়াই আমাৰ তালৈ পঠিয়াব নেলাগে। কাৰণ, মই ঘৰত জনাই দিছোঁ যে দুই-এবছৰলৈ মোৰ বিয়াৰ কথা যেন একো উত্থাপন নকৰে।"

ডুলালীৰ বৌৱেকে সেই কথাৰ যথোচিত প্ৰত্যুত্তৰ দিলে।

অলকাই ক'লে—"আপোনালোক আজিকালিৰ ল'ৰাবোৰে বিয়াৰ কথা উলিয়ালে বৰ টান পায়। এতিয়াই বিয়া নকৰালে আৰু কেতিয়া কৰাব কওকচোন? বাৰু ঠিক আছে, আপোনাৰ আপত্তি আছে যদি বিয়া অলপ লাহে লাহে হওক। পিছে আপুনি এটা কাম কৰি থলে আমাৰ বোধেৰে বেছি ভাল হব।"

অনুপমে কামটো কি জানিব খোজাত অলকাই বুদ্ধি কৰি কলে—



ডুলালীক বিয়া কৰাব বুলিয়েই নহয়, তাইক যে সি ভাল পায় তাৰ চিন স্বৰূপেই তাৰ নাম লিখা আঙঠি এটা তাইক পিন্ধাই থওক। তেতিয়াহলে ডুলালীৰো মনটো ভাল লাগি থাকিব, তেওঁলোকো এক প্ৰকাৰ নিশ্চিন্ত হব।

এই ভয়ঙ্কৰ প্ৰস্তাৱত অনুপমৰ বুকু কঁপি উঠিল।

এবাৰ ভাবিলে সি—তাৰ মনৰ সকলো কথা অলকাক কৈ দিব নেকি? কৈ দিব নেকি যে তেওঁলোকে যি ভাবিছে সি সম্পূৰ্ণ ভুল। ডুলালীক সি বিয়া নকৰায়। তাইক বিয়া কৰোৱাৰ কথা সি ভবা নাই; ভাবিছে তাইক ভোগ কৰাৰ কথা। তাইৰ দঁকাল-টকা যৌৱনটো উপভোগ কৰাৰ কথা।

কিন্তু মনৰ অৱস্থা সম্পূৰ্ণ গোপনে ৰাখি সি নানান চলাহি কথাৰে বলীনৰ ঘৈণীয়েকক আশ্বস্ত কৰিবৰ চেষ্টা কৰিলে।

অলকাক সি বুজাবলৈ চেষ্টা কৰিলে যে সেইটো কোনো ডাঙৰ কথা নহয়। ডুলালীক সি ভাল পাইছে, এই ভাল পোৱা তাইৰ আঙুলিত তাৰ নাম লিখা আঙঠিটো থাকিলেও থাকিব, নেথাকিলেও থাকিব। আচল কথা মানুহক বিশ্বাস কৰাটোহে।

অনুপমৰ কথাই অলকাক কিন্তু নিশ্চিন্ত কৰিব নোৱাৰিলে। নোৱাৰিলে বলীনকো। অলকাই অশেষ চল-চাতুৰী কৰি অনুপমক বাধ্য কৰালে তেওঁৰ অনুৰোধ ৰক্ষা কৰিবলৈ।

অনুপমে ভাবিলেঃ আঙঠি পিন্ধোৱা মানেইতো এজনী ছোৱালীক বিয়া কৰাম বুলি 'বণ্ড ছাইন' কৰা নহয়। তাৰপৰা লোকচান কি?

গতিকে এটা অনুষ্টুপীয়া আয়োজনৰ মাজেদি এটা শুভ দিনত অনুপমে ডুলালীক আঙঠি পিন্ধাই থলে।

# এঘাৰ

আগতেই কোৱা হৈছে—দুলালীৰ ভনীয়েক জোনালীৰ লগত সুৰঞ্জনাৰ ভাল পৰিচয় আছে। জোনালীক তাই ভালো পায়। দেখা পালে কথা-বতৰাও পাতে।

সেয়ে কিবাপ্ৰকাৰে দুলালীৰ লগত অনুপমৰ 'সম্পৰ্ক' গঢ়ি উঠাৰ কথা নিৰ্ভৰযোগ্যভাৱে জানিব পাৰি সুৰঞ্জনাই এদিন কলেজতে জোনালীক সুধি পেলালে। তাই সেই বিষয়ে কিবা জানে নেকি? সঁচাকৈয়ে দুলালীৰ লগত অনুপমৰ আন্তৰিক কিবা সম্পৰ্ক আছেনে?

জোনালী সৰল মনৰ শান্ত ছোৱালী; তাতে সুৰঞ্জনাৰ লগত অনুপমৰ যে কিবা সম্বন্ধ আছে তাকো তাই ক'ব নোৱাৰে। সেইদেখি সুৰঞ্জনাৰ প্ৰশ্নৰ উত্তৰত তাই অকণো দ্বিধা প্ৰকাশ নকৰাকৈয়ে কলে—"অ' সেইটো কথা তুমি নেজানা নেকি ৰঞ্জনা বাইদেউ? মই আকৌ তুমি গম পোৱা বুলিহে ভাবিছিলোঁ। ওঁ, বাইদেউৰ লগত অনুপমদাৰ বৰ ভাল জানা! আমাৰ ঘৰলৈকো প্ৰায়ে গৈ থাকে নহয়! অকল সেয়েনে কিবা; অনুপমদাই বাইদেউক বিয়াও কৰাব।"

"বিয়া কৰাব?"—সুৰঞ্জনাই যেন চমক খাই গ'ল।

একেই আনন্দমুখৰতাৰে জোনালীয়ে ক'লে—"ওঁ কৰাব; তাৰ কাৰণে আঙঠিও পিন্ধাই থৈছে।"

যেন আকাশতহে এটা কাণফলা মেঘৰ গৰ্জন হ'ল।

বুকুৰ ঢপ্‌ঢপনিটো পাৰ্য্যমানে চম্ভালিবলৈ চেষ্টা কৰি তাই আকৌ সুধিলে—"আঙঠি কোনে পিন্ধালে জোনা?"

"অনুপমদাই নিজেই।"

সুৰঞ্জনাৰ মূৰটো ঘূৰাবলৈ ধৰিলে।

"তুমি মোৰ সতে এয়া ধেমালি কৰিছানে সঁচা কথা কৈছা জোনা?"

তাইৰ কম্পিত কণ্ঠস্বৰটোত জোনালীয়ে যেন কিবা এটা উপলব্ধি



কৰিলে। আগতকৈও দৃঢ়স্বৰে তাই এইবাৰ ক'লে—"বাঃ! ধেমালি আকৌ কিয় কৰিম! মই জানো দেখিহে কৈছোঁ।"

সুৰঞ্জনাৰ মূৰটো বেয়া ধৰণে আচন্দ্ৰাই কৰি ধৰিছিল।

কোনোমতে সেইদিনা কলেজৰপৰা তাই ঘৰ পাইছিলহি। কিন্তু ঘৰ পাই কাৰো আগত তাই কথাটো কোৱা নাছিল। কাৰণ তাইৰ বেছি খং উঠিছিল নিজৰ ওপৰতেঃ তাই কিয় অনুপমৰ সতে সিমানখিনি আগুৱাইছিল? কিয় অনুপমক ভালদৰে বুজিবলৈ চেষ্টা নকৰিলে তাই?

সুৰঞ্জনাৰ ভাগ্য ভাল; সেইদিনাই আবেলি অনুপম সিহঁতৰ ঘৰলৈ আহিছিল। খং, দুখ, হতাশাত তাই জৰ্জৰিত হৈ আছিল। সেয়ে অনুপমক অন্তৰ উজাৰি তাই সেইদিনা অপমান কৰি পঠিয়ালে।

* * * * *

জীয়েকৰ মুখৰপৰা অনুপমৰ নিন্দনীয় কাণ্ড-কাৰখানাৰ কথা শুনি সুৰঞ্জনাৰ মাকৰ মূৰ ঘূৰি গ'ল। তেওঁ বহুত সময় একে ঠাইতে টভক্ মাৰি বহি থাকিল।

ৰাতি শুবৰ সময়ত সুৰঞ্জনাৰ মাকে গোস্বামীৰ আগত আকৌ ক'লে—"আপুনি কি ভাবিছে, কি গুণিছে ক'ব নোৱাৰোঁ; ইপিনে পুতেক-জীয়েক কাৰো এই বিয়াত মত নাই। মত থাকিব কেনেকৈ? তাৰ নিচিনা এটা চৰিত্ৰহীনৰ হাতত তাইক গতাই দি তাইৰ তেজটোপা খোৱাহে হব।"

গোস্বামীয়ে ক'লে—"মই জানিছোঁ অৱনৰ মাক, তোমালোকে কেৱল এটা কথাৰ কাৰণেই এই বিষয়ত ইমান হকা-বধা কৰিছা। বাৰু ৰবাচোন, ঈশ্বৰ বৰুৱাৰ জীয়েকক সি যেনিবা আঙঠি পিন্ধালেই, তাৰপৰা আমাৰ ক্ষতি কি? সিতো তেওঁলোকৰ ছোৱালী বিয়া কৰাম বুলি কোৱা নাই! এতিয়াও সি আমাৰ ঘৰলৈ অহা-যোৱা কৰি আছে; আগৰ দৰেই সকলোকে মাতবোল কৰি আছে। যদি আমাৰ ছোৱালীক বিয়া কৰোৱাৰ তাৰ মনেই নেথাকিলহেঁতেন, তেন্তে অহা-যোৱাও বন্ধ কৰিলেহেঁতেন। হয়নে নহয় কোৱাঁ?"

সুৰঞ্জনাৰ মাকে ক'লে—"সেইটো সঁচাই, জুনুক বিয়া কৰোৱাৰ ইচ্ছা তাৰ সম্পূৰ্ণই আছে। কিন্তু কথা হৈছে, তাইক যদি সি বিয়া কৰাম বুলি ইমানদিন ভাবি আহিছিল তেন্তে আন এজনীক

আকৌ আঙঠি পিন্ধাবলৈ গ'ল কিয় ? নিশ্চয় তাত কিবা ৰহস্য আছে। আৰু এটা কথা আপুনি হয়তো ভাবি চোৱা নাই, এঘৰত আঙঠি পিন্ধাই থোৱা ল'ৰা এটাক আমাৰ ছোৱালী দিবলৈ গ'লে সেইঘৰ মানুহে সুখেৰে এৰিবনে ? কথাটো গম নোপোৱা হলেও এক কথা আছিল, কিন্তু এতিয়া জানি-শুনি……"

গোস্বামীয়ে অভয় দি ক'লে—"তোমালোকে তাৰ কাৰণে অযথা ইমান ভয় কৰিছা অবনৰ মাক ! এতিয়াও ধৰি লোৱাচোন আমি সেইটো কথা গম নাইপোৱা বুলি।"

"কিয় ধৰি ল'ম সেইদৰে ? জনা কথাটো কোনোবাই নেজানো বুলি ভাবি লব পাৰে নেকি ? আপুনি সেইবোৰ কি কথা কৈছে ? বয়স হৈ আহিছে মানে আপোনাৰ দেখিছোঁ বুদ্ধি-বিবেচনাবোৰো কিবা হৈ আহিছে।"

গোস্বামীয়ে ক'লে—"বাৰু ঠিক আছে, সেইদৰে ভাবিব নেলাগে ; মুঠৰ ওপৰত ল'ৰা আমাৰ পছন্দ। আমি বিয়া পাতিম। তাৰ বাহিৰে ল'ৰাই ক'ৰবাত আঙঠিয়ে পিন্ধাই থৈছেনে কি পিন্ধাই থৈছে, আমাৰ জানিবৰ কি প্ৰয়োজন ? আৰু এটা কথা তুমি চিন্তা কৰিছানে নাই অবনৰ মাক, আমাৰ ছোৱালী সি বিয়া কৰাব বুলি বাহিৰত এটা খবৰ ইতিমধ্যে ওলাই গৈছে। যদি বিয়াখন নহয় গৈ—"

ঘৈণীয়েকে কথাষাৰ থপিয়াই ল'লে—"বাদ দিয়ক, সেইবোৰলৈ আমাৰ কাণ দিয়াৰ দৰকাৰ কি ?"

"দৰকাৰ নিশ্চয় আছে। যদি সেই ল'ৰাৰ লগত আমাৰ ছোৱালীৰ বিয়া নহয় গৈ তেন্তে এটা ডাঙৰ বদনাম ওলাই যাব। তোমাৰ জীয়েৰাৰ গাত এতিয়ালৈকে কোনো চেকা পৰা নাই ; কিন্তু সেইটো হবলৈ হলে এটা ডাঙৰ চেকা পৰি যাব। ভাল বংশৰ মানুহে তোমাৰ ছোৱালী বিয়া কৰাবলৈ আগবাঢ়ি নাহে।"

"নাহিলে নাহিব, সেইবুলি এটা চৰিত্ৰহীন দগাবাজৰ হাতত তাইক সঁপি দিব নোৱাৰোঁ নহয় ! আমাৰ ছোৱালীৰ কি নাই ? ৰূপেই নাইনে গুণেই নাই ?"

ভ্ৰূকুটি কৰি গোস্বামীয়ে ক'লে—"আছে, সকলো আছে, কিন্তু কিছু দিনৰ পিচত একো নাইকিয়া হৈ যাব।"



এইদৰে সুৰঞ্জনাৰ মাক-দেউতাকৰ মাজত আৰু বহুতো বাক-বিতণ্ডা চলি যায়।

সুৰঞ্জনাৰ মাকে স্বামীৰ মত ঘূৰাবলৈ যৎপৰোনাস্তি চেষ্টা কৰে। কিন্তু তেওঁৰ সকলো চেষ্টা বৃথাত পৰিণত হয়।

গোস্বামীৰ এক কথা ঃ অনুপম ভাল ল'ৰা ; শিক্ষিত, উচ্চ-বংশৰ, সম্ভ্ৰান্ত পৰিয়ালৰ। সুৰঞ্জনাৰ বাবে তাতকৈ উপযুক্ত ল'ৰা সততে পোৱা নেযাব।

তদুপৰি অনুপমৰ মাক-দেউতাকৰ আগত তেওঁ কথা দি আহিছে ঃ তেওঁৰ ছোৱালী তেওঁলোকৰ ঘৰলৈহে দিব, অইনলৈ নিদিয়ে। জোৰাসম্বন্ধও খুব ভাল আহিছে যেতিয়া তাৰ লগত তাইৰ জীৱনটো বেছ সুখেৰেই যাব।

মাককে ধৰি ঘৰৰ আনবোৰৰ আপত্তি ঃ অকল জোৰা-সম্বন্ধৰ ওপৰতে এজনী ছোৱালীৰ ভবিষ্যত চিন্তা কৰিব নোৱাৰি ; চিন্তা কৰিব পাৰিলেও ভৰসা কৰিব নোৱাৰি। বিশেষকৈ অনুপমক তেওঁলোকে যথেষ্ট বিশ্বাস কৰিছিল। সেই বিশ্বাসৰ প্ৰতিদান সি যে এনেকৈ দিব সেয়া স্বপ্নৰো অগোচৰ আছিল।

অৱশ্যে ইতিমধ্যে অবনৰ আগত অনুপমে কৈছে ঃ "মই জীৱনত বহুত মানুহ লগ পাইছোঁ, বহুতো দুৰ্বোধ্য চৰিত্ৰৰ মানুহ দেখিছোঁ ; কিন্তু সেইঘৰ মানুহৰ নিচিনা মানুহ ক'তো দেখা নাই। মাৰাত্মক মানুহ। মোক যে কি এক বিৰাট ষড়যন্ত্ৰৰ জালত পেলাই দিছিল !…

"দুলালীক মই বিয়া কৰোৱাৰ কথা কাহানিও ভবা নাছিলোঁ, এতিয়াও ভবা নাই। কিন্তু সেই ঘটনাটো ঘটিল বৰ আকস্মিকভাৱে। বলীন আৰু পৰেশে প্ৰাণৰ ভয় দেখুৱাই মোক তেওঁলোকৰ ভনীয়েকক আঙঠি পিন্ধাবলৈ বাধ্য কৰালে। পিছে তাৰপৰা কোনো লাভ নহব। দুলালীক মই বিয়া নকৰাওঁ। তাৰ প্ৰমাণ—আজি দুসপ্তাহ মই তেওঁলোকৰ ঘৰলৈ যোৱা নাই ; আৰু নেযাওঁ।"

এই জবানবন্দী দিছিল অনুপমে সুৰঞ্জনাৰ হাতত অপমানিত হোৱাৰ পিচদিনা।

মাকৰ মুখৰপৰা অনুপমে দুলালীক আঙঠি পিন্ধোৱাৰ কথা শুনি অবনে সেই কথাত কিমানখিনি সত্যতা আছে তাৰ ভু লবৰ কাৰণে অনুপমৰ কোৱাৰ্টাৰলৈ গৈ তাক লগ ধৰিছিল।

অনুপমে লগতে আৰু কৈছিল ঃ "জানিছে অবনদা, বলীনৰ ঘৈণী-য়েকজনী বৰ সাংঘাতিক তিৰোতা। তেওঁলোকৰ মৰমৰ কবলৰপৰা মই যাতে কোনোদিন ওলাই আহিব নোৱাৰোঁ, তাৰ কাৰণে সেই মানুহজনীয়ে সম্ভৱপৰ সকলো কৌশল প্ৰয়োগ কৰিছিল। পিছে কৰিলে কি হব, তেওঁলোকৰ বিপদ তেওঁলোকে নিজেই চপাই ললে। এতিয়া এহাতৰ তুল দুহাতে কাঢ়িব লাগিব।"

অনুপমৰ কথাত অবনে একো নেমাতিলে।

ঘৰলৈ আহি অবনে মাকক ক'লেহি—"এটা কথা মা, অনুপমৰ কথা-বাৰ্তাৰপৰা যি বুজিলোঁ, তাৰ গাত সিমান দোষ নাই। সি বোলে বাধ্য হৈহে দুলালীক আঙঠি পিন্ধাইছে। সেইটো কোনো অপৰাধৰ কথা নহয়। হোমৰ গুৰিতো জানো বিয়া নেভাগে ? গতিকে দেউতাৰো ইচ্ছা আছে যেতিয়া ময়ো ক'ব খুজিছোঁ—আৰু হকা-বধা কৰি লাভ নাই। তায়ো এখন ভাগ্য লৈ আহিছে।"

বৰপুত্ৰকৰ মতৰ আকস্মিক পৰিবৰ্তন দেখি মাকে সুধিলে, "তাৰ মানে তই বিয়া পাতিবলৈ কব ?"

"কৈছোঁ মা, এই বুঢ়া বয়সত দেউতাক মনোকষ্ট দিয়াটো বৰ ভাল কথা নহব। তদুপৰি আমাতকৈ দেউতাই বহুত কথা জানে, বহুত কথা চিন্তা কৰিব পাৰে। দেউতাৰ বয়সবো এটা অভিজ্ঞতা হৈছে। এনেকুৱা স্থলত তেখেতক আৰু হকা-বধা কৰিবলৈ গলে হিতেই বিপৰীত হৈ উঠিব পাৰে। দেউতাই বৰ আঘাত পাব।"

মাক বহুত সময় মনে মনে থাকিল।

অবনৰ কথাখিনিৰ গূঢ়াৰ্থ উপলব্ধি কৰিবলৈ চেষ্টা কৰি তেওঁ কিছু চিন্তিতভাৱে ক'লে—"তেনে ঠিক আছে, তই কৈছ যেতিয়া মযো আৰু আপত্তি নকৰোঁ। কিন্তু তাৰ আগতে তাইৰ মতামতটো ল'ব লাগিব। কিজানি তাই সম্মতি নিদিয়েই ! সিদিনা তাক যেনেকৈ অপমান কৰি পঠিয়াইছে, এতিয়া তাইৰ মত ঘূৰিব বুলি বিশ্বাস নহয়।"

অবনে কলে—"তই বাৰু তাইক সুধি চাবিচোন।"

মাকে বিলম্ব নকৰিলে। জীয়েকক অকলশৰীয়াকৈ মাতি নি মাকে সকলো কথা ক'লে।

সুৰঞ্জনাৰ মন সমূলি ভাল নহয়। আজি দুদিন তাই কান্দিছে। কান্দি কান্দি চকু উথহাই দিছে। যোৱা দুদিন কলেজো কৰা নাই তাই।



মাকৰ কথাখিনি মনোযোগেৰে শুনি লৈ সুৰঞ্জনাই ক'লে—"মই কি ক'ম মা ? মই জানো কেতিয়াবা কোনো বিষয়ত তহঁতৰ অবাধ্য হৈছোঁ ? তহঁতে যি ভাল বিবেচনা কৰ, মই তাতেই আছোঁ। তহঁতেতো মোৰ বেয়াটো চিন্তা নকৰ !"

সদাসংযতা জীয়েকৰ সিক্ত কণ্ঠৰ কথাকিটাৰ মাজেদি ফুটি উঠা কাৰুণ্য আৰু আন্তৰিক সৰলতাই মাকৰ চকুযুৰি সেমেকাই তুলিলে।

তেওঁ যেন উপলব্ধি কৰিব পাৰিলে ঃ দৰাচলতে জীয়েকৰ এই বিয়াত মত নাই, আন্তৰিক সমৰ্থন নাই। তাইৰ মন ভাগি গৈছে, উদ্যম হেৰাই গৈছে ; তথাপি তেওঁলোকক সন্তুষ্ট কৰিবৰ কাৰণেই, সুখী কৰিবৰ কাৰণেই সৰু ছোৱালীৰ দৰে কথাবোৰ কৈছে।

জীয়েকৰ মনোবেদনা লাঘৱ কৰিবৰ কাৰণেই মাকে আকৌ কলে—"ককায়েৰে অনুপমক লগ ধৰি সকলো কথা কৈছে। তাৰ পৰাও সকলো কথা লৈছে। তাৰ গাত হেনো দোষ নাই। সব বলীনহঁতৰ বদমাচি। সিহঁতে তাক আমাৰ সতে হলিগলি হোৱা দেখি নিজৰ স্বাৰ্থ পূৰাবৰ কাৰণে কৌশলেৰে তাক হাত কৰি লৈছিল। কিন্তু তাৰ অন্তৰখন বেলেগ। সি তাৰ অন্তৰখন সিহঁতক দি দিয়া নাছিল। এতিয়াও তই সেইদিনা ইমান দৰে লঘু লাঞ্ছনা কৰি পঠোৱাৰ পিচতো সি তোৰ প্ৰতি কোনো বেয়া ভাব মনত ৰখা নাই। সি তোক এতিয়াও ভাল পায়।"

"তেনেহলে মোক সুধিবলৈ কিটো আছে মা ? তহঁতৰ সুখেই মোৰো সুখ।"

এইবুলি খন্তেক টভক্ মাৰি বৈ তাই আকৌ কলে—"সেইবোৰ যি নহওক, মোৰ পৰীক্ষাটো পাৰ হৈ যাবলৈ দিয়া হলে ভাল আছিল। তহঁতে বোধহয় সেইটো কথালৈ পাহৰিলিয়েই !"

মাকে কলে—"নাই পাহৰা আইজনী ! সেইটো কথাও মনত আছে। কিন্তু কথা হৈছে, তোৰ পৰীক্ষালৈকে সাত-আঠ মাহ ৰবলগীয়া হলে ইফালে কিবা বিপদ হব পাৰে। শুভকৰ্মত বিলম্বই বিপদ আনে আই !"

কৈ কৈ মাক আঁতৰি আহিল।

## বাৰ

পত্নীৰ মুখৰপৰা পুতেক-জীয়েকহঁতৰ মত সলনি হোৱাৰ খবৰ পাই বিশ্বলোক গোস্বামীৰ মন আনন্দত পোহৰ হৈ উঠিল।

গোস্বামীয়ে পৰিষ্কাৰ মাতেৰে ক'লে—"মই আগতেই জানিছিলোঁ, অলপ দকৈ কথাবোৰ চিন্তা কৰি চাব পাৰিলেই তোমালোকে মত দিব পাৰিবা। বাৰু ঠিক আছে, তোমালোকৰ মত হৈছে যেতিয়া, মই আজিয়ে অনুপমৰ দেউতাকলৈ চিঠি লিখিম যে এই আঘোণতে শুভ দিন এটা স্থিৰ কৰিব লাগে।"

যেনে কথা তেনে কাম; গোস্বামীয়ে সেই দিনাই অনুপমৰ দেউতাক গোপীকান্ত শৰ্মালৈ এখন এক্সপ্ৰেছ চিঠি দিলে।

এসপ্তাহ নৌ হওঁতেই শৰ্মাৰপৰা উত্তৰ আহিল।

গোস্বামীৰ পৰিয়ালৰ সকলোটিলৈকে শুভেচ্ছা আৰু স্নেহাশীৰ্বাদ জনাই বুঢ়াই লিখিলে যে তেওঁলোকে আৰু সুকীয়াকৈ দিনবাৰ চাব নোখোজে; গোস্বামীয়ে ইতিমধ্যে ধাৰ্য্য কৰা দিনটোৱে অৰ্থাৎ বাইশ আঘোণ, সোমবাৰৰ দিনটোৱেই তেওঁলোকৰ কাৰণেও সুবিধাৰ দিন হব। সেই তাৰিখতে বিয়া হব লাগে।

গোস্বামীৰ মন আনন্দত তোলপাৰ লাগিল।

মনত নতুন উদ্যম লৈ তেওঁ বিয়াৰ আয়োজনত ব্যস্ত হৈ পৰিল।

এবাতো, এতিয়াৰপৰা লাগি গলেহে হব! বাইশ তাৰিখলৈনো আৰু কেইটা দিন? মাজতে চৈধ্যটা দিন মাত্ৰ।

ইপিনে সুৰঞ্জনাৰ লগত অনুপমৰ বিয়াৰ বন্দোৱস্ত খাটাং হোৱাৰ খবৰটো অহুকাণে-পহুকাণে বলীনহঁতৰ কাণতো পৰিলগৈ।

তেওঁৰ মূৰত স্বৰগ ভাগি পৰা যেন পালে।

তেওঁ নিজৰ মনতে কৈ উঠিলঃ প্ৰৱঞ্চক! তই অন্তত তাকেহে কৰিলিগৈ! যদি তাইক বিয়া কৰোৱাৰ মতলবেই নাছিল তেন্তে সিমাৰখিনিলৈ আগবাঢ়িছিলি কিয়? তাইক আঙঠি পিন্ধালি কিয়?



অ' সেই কাৰণেহে আজি দুই-তিনি সপ্তাহ আমাৰ ঘৰৰ পিনে মুকে কৰা নাই!

খং, ক্ষোভ আৰু আশাভঙ্গৰ বেদনাত বলীনৰ অন্তৰ কঁপি উঠিল। তেওঁ দাঁত-মুখ কৰচি নিজকে কোৱাদি কলে—"বাৰু ৰবি, সেইখন বিয়ানো কেনেকৈ পাতে দেখা যাব!"

বলীনৰ মনৰ অৱস্থা বুজিব পাৰি ঘৈণীয়েক অলকাই তেওঁৰ ওপৰতে দোষাৰোপ কৰি ক'লে—"আপোনাৰ গাতেই দোষ। মই তেতিয়াই কোৱা নাছিলোঁ নে যে তাৰ মতামতলৈ বাট নেচাই আপুনি এবাৰ সিহঁতৰ ঘৰৰপৰা আহকগৈ। ঘৰৰ ফালৰপৰা প্ৰেছাৰ পৰিলে সি এতিয়াই বিয়া কৰাবলৈ বাধ্য হব। কিন্তু মোৰ কথা তেতিয়া আপোনাৰ কাণতেই নোসোমাল!"

ঘৈণীয়েকৰ ভৰ্ৎসনাই বলীনৰ মনৰ জুই দুগুণে জ্বলাই দিলে।

তেওঁ এবাৰ ভাবিলেঃ গোস্বামীৰ জীয়েককতো সি বিয়া কৰাবই—যিহেতু কথাটো একেবাৰে গুৰিৰপৰা চলিছে। গতিকে তাৰ আগে আগে তাক এদিন ধৰি ভালকৈ এপিটন দি দিব নেকি?

কিন্তু সেইটো ভাল হব জানো? যদি তাৰপৰা নিজৰেই বিপদ চপাই লোৱা হয়? যদি তেওঁলোকৰ অসৎ উদ্দেশ্যটো ওলাই পৰে? যদি দুলালীৰ ভবিষ্যতটো বেয়া হৈ যায়? আজি হয়তো তাইক আঙঠি পিন্ধাই থোৱাৰ কথা ঘৰৰ মানুহ কেইটা আৰু নিচেই ওচৰৰ দুই-এঘৰ মানুহে জানে; কিন্তু গণ্ডগোল এটা লগাবলৈ গলে যদি সকলো গোমৰ ফাঁক হৈ যায়?

ইত্যাদি বহুতো চিন্তা কৰি অৱশেষত বলীনে অন্য এটা উপায় উদ্ভাৱন কৰিলে আৰু সেইমতেই তেওঁ কামত অগ্ৰসৰ হ'ল।

ৰাতিপুৱা চাৰে আঠমান বাজিছিল।

নিজৰ কামলৈ বুলি ঘৰৰপৰা ওলাই আহি বলীন অনুপমৰ কোৱাৰ্টাৰত সোমালহি।

এখন সযত্নৰক্ষিত সৰু ফুলনিৰে সতে অনুপমৰ কোৱাৰ্টাৰৰ সমুখৰ প্ৰশস্ত চোতালখনত ভৰি দি বলীনে দেখিলে—পৰ্টিক'তে বহি অনুপমে বাতৰি কাকত চাই আছে।

বলীন আগুৱাই আহিল।

অকস্মাৎ বলীনক দেখি অনুপমে চক্‌মক্ খাই গ'ল। বিশেষকৈ বলীনৰ প্ৰতি আজি কিছুদিনৰপৰা তাৰ পেটে পেটে ভয় লাগি আছে। সেই কথাটো গম পাই তেওঁ যদি কিবা অপ্ৰীতিকৰ ঘটনা সৃষ্টি কৰি দিয়ে? তাতে মানুহটো অলপ উগ্ৰ প্ৰকৃতিৰ। খং নুঠিলে নাই, উঠিলেই বৰ বেয়া। খণ্ডত পেট কাটি ছমাহলৈ শুকনি খোৱাৰ নিচিনা ঘটনা খণ্ডৰ ক্ষণিক উত্তেজনাত কৰি উঠি পিচত হামবাও কৰা সি বলীনৰ ক্ষেত্ৰত নিজেই দেখিছে। তাতে সি বলীনৰ ওচৰত ডাঙৰ জগৰেই লগাইছে।

তথাপি বাহিৰটো সম্পূৰ্ণ ঠিক ৰাখি অনুপমে বলীনক সম্ভাষণ জনালে: "আহক দাদা, আজি বহুদিন আপোনাক লগ পোৱা নাই।"

বলীন পৰ্টিক'লৈ সোমাই আহিল।

অনুপমে লক্ষ্য কৰিলে: বলীনৰ মুখমণ্ডল অইন দিনাৰ নিচিনা নহয়; অইন দিনাতকৈ কঠিন, ৰুক্ষ আৰু বিমৰ্ষ।

অনুপমে বহিবলৈ দিয়া চকীখনত ধপহ কৰে বহি লৈ তাৰ কথাৰ প্ৰত্যুত্তৰ স্বৰূপে বলীনে কলে—"মোক লগ পোৱাৰ জানো এতিয়া কিবা প্ৰয়োজন আছে তোমাৰ? ৰাতিপুৱাই এইকণ ভদ্ৰতা নকৰা হলেও হ'লহেঁতেন।"

কথাষাৰ এপাট সুতীক্ষ্ণ শৰ হৈ যেন অনুপমৰ বুকু ভেদ কৰি গ'ল। বুকুৰ এটা কোণত সি অলপ বেদনা অনুভৱ কৰিলে।

কিন্তু সি পুনৰ একো কবলৈ নৌ পাওঁতেই বলীনে একেই নীৰস মাতেৰে আৰম্ভ কৰিলে: "যি নহওক, ৰাতিপুৱাই তোমাৰ ওচৰলৈ কিয় আহিলোঁ, তুমি বোধহয় জানিব পৰা নাই!"

"ঠিক জানিব পৰা নাই; অৱশ্যে এতিয়াই জানিবলৈ ইচ্ছাও কৰা নাছিলোঁ, যিহেতু মোৰ এই ঘৰলৈ আনকালেও আপুনি—"

বলীনে মুখ পাতি ললে: "আহোঁ; কিন্তু অইন দিনাৰ অহাৰ লগত আজিৰ অহাৰ প্ৰভেদ আছে। আনদিনা আহোঁ.....। অ' তুমি দেখোন থিয় হৈয়ে থাকিলা? নবহাঁ কেলেই? বহাঁ।"

"বাৰু হব দিয়কচোন!" এইবুলি এটা সৰু বাধ্য ল'ৰাৰ দৰে অনুপম পূৰ্বৰ চকীখনতে বহিল। বাতৰি কাকতখন তেতিয়াও তাৰ হাততে।



এবাৰ তীক্ষ্ণভাৱে অনুপমৰ মুখমণ্ডল নিৰীক্ষণ কৰি লৈ বলীনে আৰম্ভ কৰিলে—"বাৰু কোৱাচোন শৰ্মা, বিশ্বলোক গোস্বামীৰ সৰু জীয়েকৰ লগত বোলে তোমাৰ বিয়া খাটাং হৈছে—সঁচানে কথাটো বাৰু?"

"আপুনি......"

"মই কেনেকৈ ক'ত গম পালোঁ সেইটো নজনাৰপৰা তোমাৰ বোধহয় কোনো ক্ষতি নহয়! ক্ষতি হব হয়তো মোৰ আগত কথাবোৰ অস্বীকাৰ কৰিলেহে।"

অনুপমে বুজিলে—আজি তাৰ দিন সঁচাকৈয়ে ভাল নহয়। ৰাতিপুৱাই এজন বেয়া মানুহৰ হাতত পৰিছে।

তথাপি মনৰ দৃঢ়তা অকণো শিথিল হবলৈ নিদি সি স্বাভাৱিক কণ্ঠস্বৰতে কবলৈ চেষ্টা কৰিলে—"কথাটো সঁচাই দাদা; আৰু তাৰ কাৰণে মই দুখিত।"

বলীনে তাচ্ছিল্য কৰিলে: "তুমি দুখিত? কিন্তু কিহৰ কাৰণে? গোস্বামীৰ জীয়েকক বিয়া কৰাবলৈ পোৱা কাৰণে? বেছ! তুমি বেছ হঁহুৱালা শৰ্মা, বেছ হঁহুৱালা!"

এইবুলি ব্যঙ্গ সুৰত ঢেক্‌ঢেককৈ হাঁহি দিলে বলীনে।

তেওঁৰ সেই বিকট হাঁহি কুঠৰীৰ পকী বেৰত ঠেকা খাই কোঠাটো জন্‌জনাই গ'ল। লগে লগে জন্‌জনাই গ'ল অনুপমৰ মনৰ ভিতৰখনো।

বলীনৰ হাঁহিটো তাৰ মনত ৰাক্ষসৰ হাঁহি যেন লাগিল।

এইবাৰো বলীনেই কোৱাৰ সুবিধা ললে: "বাৰু তেন্তে কোৱাচোন, যদি সেই বিয়া কৰাবলগীয়া হোৱা কাৰণে তুমি দুখ পাইছা তেনেহলে তাত সন্মতি দিলা কেলেই? নে তোমাক ধৰি-বান্ধি তেওঁলোকে বাধ্য কৰালে সন্মতি দিবলৈ?"

হয়তো আঘাত পায়ে অনুপম এইবাৰ কিছু স্পষ্ট হ'ল।

"আপুনি সেইবোৰ অবান্তৰ কথাৰ অৱতাৰণা কৰিছে দাদা! আপুনি নিশ্চয় জানে বিয়া বোলা কথাটো সম্পূৰ্ণ ভাগ্যৰ ওপৰত নিৰ্ভৰ!"

"জানো শৰ্মা, বিয়া কি বস্তু তোমাতকৈ মই বেছি জানো। পিছে তুমি কোৱাৰ দৰে সি সম্পূৰ্ণৰূপে ভাগ্যৰ কথা নহয়; তাত নিজৰ ইচ্ছা-আকাঙ্ক্ষাৰ অৰিহণাও অস্বীকাৰ কৰিব নোৱাৰি। অন্ততঃ তোমাৰ

ক্ষেত্ৰত মই এইবাৰ কথা ন-দি ক'ব পাৰোঁ—এই বিয়া তোমাৰ সম্পূৰ্ণ ইচ্ছা-আকাঙ্ক্ষাৰ জোৰতে সম্ভৱ হৈছে।……বাৰু এতিয়া সেইবোৰ বাদ দিলোঁ, আচল কথালৈ আহোঁ।"

এইবুলি চিগাৰেট নেখালে কথা ক'ব নোৱৰা বলীনে জেপৰ পৰা নাম্বাৰ টেন চিগাৰেটৰ পেকেটটো উলিয়াই নিজৰ জুইশলাৰেই এটা জ্বলাই ললে।

এমোকোবা ধোঁৱা শূন্যলৈ এৰি দি বলীনে কথাৰ সুৰ সলাই সুধিলে—"বাৰু বেছ কোৱাচোন, আজিকালি তুমি আমাৰ ঘৰলৈ নোযোৱা হ'লা কেলেই? ঘৰত শুনামতে আজি প্ৰায় দুসপ্তাহমান বোলে আমাৰ ঘৰলৈ যোৱা নাই! কিয়?"

অনুপমে বোধহয় এনে এটা প্ৰশ্নৰ মুখামুখী হোৱাৰ আশঙ্কা কৰিছিলেই; সেয়ে অলপ ভাবি সি কলে—"সময়ে পোৱা নাই……।"

"মানি লৈছোঁ, কাৰণ বিয়ালৈও আৰু সৰহ দিন নাই। বজাৰ-সমাৰ কৰা, ছোৱালীঘৰত খা-খবৰ লোৱা ইত্যাদি অনেক লেঠা—নহয় জানো?……পিছে এতিয়া অকল সেইবোৰ লেঠাত সোমাই থাকিলেই হব জানো? দুলালীৰ বিষয়ে কিবা চিন্তা কৰিছানে?"

যেন এইবাৰহে প্ৰকৃত সমস্যাৰ সন্মুখীন হ'ল অনুপম।

দুলালীৰ প্ৰসঙ্গটো বলীনে ইমান পোনপটীয়াকৈ উত্থাপন কৰি পেলোৱা দেখি তাৰ বেছি অস্বস্তি লাগিল।

অলপ পিচতে অনুপমে কলে—"ভাবিছোঁ দাদা, কিন্তু মই যে নিৰুপায়! আশাকৰোঁ মোৰ দোষ আৰু অক্ষমতাক আপোনালোকে ক্ষমা কৰিব।"

কৈ উঠি সি এবাৰ অনুনয়পূৰ্ণ দৃষ্টিৰে বলীনৰ মুখলৈ চালে।

বলীনৰ মুখমণ্ডল যেন এক কুহেলিকাময় দুৰ্বোধ্য অভিব্যক্তিৰে ক্ষিপ্ত। চকুত জুইকণা।

চিগাৰেটত সজোৰে টান এটা মাৰি একেই থহটা মাতেৰে তেওঁ ক'লে—"ক্ষমা! তোমাক আকৌ ক্ষমা কৰাৰ প্ৰশ্ন উঠিব কেনেকৈ? নে তুমি এইবোৰ কিবা ল'ৰা-ধেমালি বুলি ভাবিছা? যদি ভাবিছা তেন্তে মই তোমাৰ মুখৰ আগতে কৈ দিবলৈ কুণ্ঠা বোধ নকৰোঁ যে তুমি মূৰ্খ।"

কণ্ঠত আগতকৈও কঠোৰতা লৈ বলীনে আকৌ ক'লে—"শুনা শৰ্মা, এতিয়াও বহুত সময় আছে, তুমি সেই বিয়া বন্ধ কৰা। ঘৰলৈ লেখি দিয়া যে মোৰ ছোৱালী মই বন্দবস্ত কৰি থৈছোঁ। গোস্বামীহঁতকো একে কথাকে ক'বা।"

"অসম্ভৱ দাদা! সেইটো কেনেকৈ সম্ভৱ হব? ইমানখিনি আগবঢ়াৰ পিচত—"

বলীনে থপিয়াই ললে: "সম্ভৱ হবই লাগিব। নহলে তুমি কোন অধিকাৰত মোৰ ভনীৰ আঙুলিত আঙঠি পিন্ধাইছিলা? তুমি জানা, এতিয়া তোমাৰ অকণমান সুবিবেচনাৰ ওপৰতে, অকণমান গভীৰ চিন্তাৰ ওপৰতে তাইৰ ভবিষ্যতটো—তাইৰ ভবিষ্যতৰ নিৰাপত্তা নিৰ্ভৰ কৰিছে! নিৰ্ভৰ কৰিছে তাইৰ সমগ্ৰ জীৱনৰ সুখ-দুখ, আশা-অভিলাষ। গতিকে তুমি তাইক বিয়া কৰাবই লাগিব।"

কৈ কৈ বলীন গোটেই মানুহটো উত্তেজিত হৈ উঠিল।

বলীনৰ মূৰ্তি দেখি অন্তৰ কঁপি উঠিলেও অনুপম নিজৰ দৃঢ়তাত অকণো পশ্চাদ্পদ নহ'ল।

সি ক'লে—"মই সেই কাৰণেই আপোনাৰ ওচৰত কৰযোৰে ক্ষমা-প্ৰাৰ্থনা কৰিছোঁ দাদা! মোক অযথা জুলুম নকৰিব। আৰু চাওক, দুলালীৰ ভবিষ্যত! তেওঁৰ ভবিষ্যতৰ নিৰাপত্তা মোৰ হাতত নাই; সেয়া আছে নবৌৰ হাতত—দুলালীৰ নবৌৱেকৰ হাতত।"

"কি ক'লা?" বলীনৰ চকু-মুখ যেন ভয়লগা হৈ উঠিল—"তুমি তেন্তে মোৰ কথা নুশুনা?"

অনুপমে একো নেমাতিলে।

তাৰ চকু-মুখৰ অভিব্যক্তিয়ে কেৱল ঘোষণা কৰিলে—নুশুনো; শুনিবলৈ মই বাধ্য নহয়। বাধ্য মোক আপুনি কৰাবও নোৱাৰে।

"তেনেহলে ঠিক আছে, গোস্বামীৰ জীয়েকক তুমি কেনেকৈ বিয়া কৰোৱা দেখা যাব।"

এইবুলি খঙৰ অস্থিৰতাৰে ঘপহ কৰে বহাৰপৰা উঠি বলীন দপদপ কৰে কোঠাৰপৰা ওলাই গ'ল।

বলীন যোৱালৈ কিছু সময় নিৰ্বিকাৰভাৱে চাই থাকি অনুপমে নিজকে কোৱাদি ক'লে—"ময়ো চাম বাৰু তুমি মোক কেনেকৈ বাধ্য দিয়া।"

## তেৰ

একপ্ৰকাৰ বলিয়াৰ দৰে বলীন কোঠাৰপৰা ওলাই যোৱাৰ পিচত অনুপমৰ পিয়নটো তাৰ ওচৰত থিয় হ'লহি।

বোধহয় বলীন আৰু অনুপমৰ মাজত সৃষ্টি হোৱা উত্তপ্ত কথোপকথনবোৰ সি ওচৰৰপৰা গা-ঢাকি শুনি আছিল। সেয়ে বলীন ওলাই যোৱাৰ পিচত অনুপমৰ আগত আত্মপ্ৰকাশ কৰি সি সুধিলে—"বাবু, কি হ'ল? বৰ গণ্ডগোল হৈছিল দেখোন? সেই বাবুজনে আপোনাক ইমান খং কৰি গুচি গ'ল কিয়? মগজৰ কিবা গণ্ডগোল আছে নেকি?"

মনৰ অশান্ত, অপ্ৰকৃতিস্থ অৱস্থাৰে অনুপমে তাক ধমকি দিয়াৰ দৰে কলে—"তোক সেইবোৰৰ ভাগ কিয় লাগিছে? তই যা ইয়াৰপৰা; নিজৰ কাম কৰগৈ।"

ধমকি খাই "আচ্ছা বাবু" বুলি পিয়নটো আঁতৰি গ'ল।

অনুপম আকৌ বহি পৰিল।

তাৰ মূৰটো যেন গধুৰ গধুৰ লাগিছে। তালুখন তপত তপত লাগিছে। বুকুৰ ভিতৰতো এটা অস্বাভাৱিক কঁপনি সোমাই থকা যেন লাগিল তাৰ।

এৰা, কথাটো বৰ বেয়া হ'লগৈ। বলীন যিটোহে মানুহ, কিবা এটা অঘটন ঘটুৱাই দিবলৈ বেছি সময় নেলাগে। অইন কৰিব নোৱাৰিলেও বাটে-পথে ধৰি অপমানতো কৰিব পাৰিব! কি ঠিক, বিয়াৰ দিনাও হয়তো তেওঁ কিবা এটা বিঘিনি উপস্থিত কৰাব পাৰে।

কিন্তু তাৰ কাৰণে এতিয়া ভয় কৰিলে চলিব জানো? বলীনৰ ভয়ত সি এতিয়া ক'লৈ পলাব? ক'ত লুকাব? সি ইমান কাপুৰুষ নহয় যে বলীনৰ দৰে এটা সাধাৰণ মানুহৰ ভয়ত পতা বিয়াখন ভাঙি দি ক'ৰবালৈ গুচি যাব।

আৰু দুলালী!



দুলালীক সি কোনদিনা বিয়া কৰাম বুলি কৈছিল? তাইৰ দৰে এজনী ছোৱালীক বিয়া কৰোৱাতকৈ চিৰজীৱন অবিবাহিত হৈ থকাই মঙ্গল। তাইক বিয়া কৰাব পাৰে এনেকুৱা মানুহে—যাৰ ঢেৰ টকা আছে, সম্পত্তি আছে; আমোদ-প্ৰমোদ, লাহ-বিলাহত যিয়ে মুঠিয়ে মুঠিয়ে টকা ছটিয়াব পাৰে; হৃদয়ৰ ভালপোৱাতকৈ দেহৰ ভালপোৱাত যিয়ে বেছি মূল্য দিয়ে।

অথচ সুৰঞ্জনা!

তাইৰ নিচিনা এজনী ছোৱালী বিয়া কৰাবলৈ পোৱাটো সঁচাকৈয়ে ভাগ্যৰ কথা।

বোধহয় তাৰ ভাগ্যৰ প্ৰতি ভগবান সুপ্ৰসন্ন। নহলে ইমান এটা গণ্ডগোল হৈ যোৱাৰ পিচতো মাক-দেউতাক আৰু ককায়েকে তাকেই তাইক যাচিলেহেঁতেন নে?

সুৰঞ্জনাৰ কথা ভাবি ভাবি অনুপম নিজৰ ভিতৰতে তন্ময় হৈ পৰিল।

* * *

কিন্তু অনুপমৰ ভাগ্যৰ আকাশ প্ৰকৃততে ফৰকাল হোৱা নাছিল; বৰং এইবাৰ তাৰ ভাগ্যাকাশত ডাৱৰ বেছি ঘন হে হৈ আহিল।

বলীনৰ সতে বাক-যুঁজখন সংঘটিত হোৱাৰ দুদিন পিচৰ কথা।

অফিচৰ পৰা আহি চাহ-তাহ খাই ঘৰুৱা কাপোৰেৰে বিছনাত বাগৰ দি অনুপমে নিজৰ বিয়াৰ কথাকে গুণা-গঁথা কৰি আছিল। এনেতে পিয়নটোৱে খবৰ দিলে যে বাহিৰত ল'ৰা এজনে তাক লগ পাব খুজিছে। ল'ৰাজনক সি চিনি নেপায় যদিও ক'ৰবাত দেখিছে যেন লাগে। সেইদেখি পৰ্টিক'তে বহিবলৈ দি আহিছে।

আইনা চাই চুলি কেইডাল ঠিক কৰি লৈ পিন্ধি থকা বগা পায়জামা আৰু গেঞ্জিটোৰেই অনুপম ওলাই আহিল।

পৰ্টিক'ত বহি থকা ল'ৰাজনৰ মুখখন দেখিয়ে অনুপমে যেন থতমত-খাই গ'ল। আৰে! এইটো দেখোন অনন্ত! সুৰঞ্জনাই যে এদিন তাক দূৰৰপৰাই দেখুৱাই দিছিল!

কিন্তু সি আকৌ তাৰ ঘৰলৈ……

মনৰ খু-দুৱনিৰে অনুপমে তাক দেখিয়ে থিয় হৈ কৰযোৰে নমস্কাৰ কৰা অনন্তক কলে—"অ' আপুনি!"

"মোক চিনি পাইছে জানো?" অনন্তই তাৰ মুখভঙ্গীলৈ লক্ষ্য কৰি সুধিলে।

"মানে ঠিক চিনি পোৱা নাই; বাটত দেখিছোঁ। আপোনাৰ নাম অনন্ত বৰুৱা নহয় জানো?"

"হয়। তেতিয়াহলে মোৰ বিষয়ে আপুনি বহুত জানে! বাৰু সেইবোৰ লাহে লাহে হব; আপোনাৰ ভাল নহয়?"

"আছোঁ আৰু।"

অনুপমে দেখিলে—অনন্তৰ কথা-বতৰাবোৰ ভাল। মৰম-লগা। মানুহটোৰ চেহেৰাটোও বেয়া নহয়। মুখখন পুৰঠ আৰু তেজী। চকু দুটা ডাঙৰ আৰু উজ্জ্বল। চুলিবোৰো কেঁকোৰা-কেঁকুৰি।

পিছে পিন্ধা-উৰাতহে মানুহটোৰ বিশেষ লক্ষ্য নাই যেন লাগে। চুৰিয়া-পাঞ্জাবীযোৰ বেছ লেতেৰা হৈছে। পাঞ্জাবীৰ বুকুৰ কেউটা বুটামেই খোলা। তলত গেঞ্জিও নাই। সেই দেখি বুকুৰ ক'লা নোম-বোৰ অনুপমৰ পৰিষ্কাৰকৈ চকুত পৰিল।

"হেৰি নহয়, আপোনাৰ বাৰু আচল ঘৰ ক'ত?"

অনুপমে অলপ ইতস্ততঃ বোধ কৰিলে যদিও পোনপটীয়াকৈয়ে নিজৰ ঠাইখনৰ নামটো কলে। তাৰ কোৱা হ'লত অনন্তই কলে—"বেয়া নেপাব আক' সোধা কাৰণে! নজনা কথা সুধি লোৱাটো ভাল।"

তাৰ কথাত কিবা গোপনতা আছিল যদিও অনুপমে সেই বিষয়ে একো নেভাবিলে। সি একো নকলেও।

এনে সময়তে পিয়নটোৱে দুৱাৰ-মুখত ভুমুকি মৰাত অনন্তৰ ফালে চাই কিছু সৌজন্য প্ৰকাশ কৰি অনুপমে সুধিলে—"চাহ একাপ খাবনে?"

"নেলাগে, চাহ মই ঘৰত এইমাত্ৰ খাই আহিছোঁ।"

অনুপম বিশেষ ক্ষুণ্ণ নহ'ল। তাৰ ইঙ্গিত পাই পিয়নটো দুৱাৰ্-মুখৰপৰা নিষ্ক্ৰান্ত হৈ গ'ল।

প্ৰায় পাঁচ-ছয় মিনিটমান দুয়োৰো ভিতৰত কোনো কথাবাৰ্তা নাই।



তাৰ পিচত অনন্তয়ে নীৰৱতা ভঙ্গ কৰিলে।

"আপোনাৰ ওচৰলৈ কিয় আহিলোঁ একো নুসুধিলে দেখোন! ঠিক আছে বাৰু, ময়ে কওঁ।" এইবুলি অনুপমে নাম নজনা হাঁহি এটাৰে মুখখন মিঠা কৰি লৈ অনন্তই গহীনাই সুধিলে—"বিয়া পাতিছে বোলে?"

ভয় খাবলগীয়া কোনো কথা নহয়; তথাপি প্ৰশ্নটো শুনি অনুপমে থত্‌মত খাই গ'ল। মুহূৰ্ততে তাৰ মনৰ মাজত সুৰঞ্জনাৰ দুআষাৰমান কথা ধ্বনিত হ'ল: "সি জানিছে, এতিয়াও মোৰ পিচ লৈ ফুৰে। আপোনাৰ সতে মোৰ এই মিলামিচা দেখি তাৰ চাগৈ বুকু জ্বলি থাকে।"

যথাসম্ভৱ গহীন হৈ অনুপমে কলে—"হয়; কিন্তু আপুনি—"

"এইবোৰ জানো লুকাই থকা কথা? কিন্তু আপোনাক মই এটা অনুৰোধ কৰোঁ; ৰাখিলে আপোনাৰেই লাভ হব।"

"আপুনি কি ক'ব খুজিছে মই বুজা নাই।"

"নুবুজাতো আপোনাৰ দোষ নহয়; যিহেতু কথাটো মই ভাঙি কোৱা নাই। বাৰু শুনক, সুৰঞ্জনাক আপুনি বিয়া নকৰাব।"

আকৌ সুৰঞ্জনাৰ কথা! অ' তাৰ মানে এৱোঁ সেই উদ্দেশ্যেই আহিছে!

ভমক্ কৰে জ্বলি উঠিব খোজা খঙৰ জুইকুৰা কোনোমতে আত্মসংযমৰ ছাইৰে ঢাকি থৈ বেছ নম্ৰভাৱেই অনুপমে সুধিলে—"তাৰ মানে?"

"অতি সহজ; সুৰঞ্জনাক বিয়া কৰাই আপুনি সুখী হব নোৱাৰিব।"

এইবাৰ অনুপমে নিজক চম্ভালিবলৈ টান পালে। কথাষাৰে তাৰ বুকুত যেন বেয়াকৈ আঘাত কৰিলে।

কণ্ঠত স্পষ্ট বিৰক্তি লৈয়ে অনুপমে ক'লে: "আপুনি নিশ্চয় জানে যে আপোনাৰ লগত মোৰ আজিয়ে প্ৰথম কথা-বাৰ্তা; ততোধিক, আপোনাৰ লগত মোৰ আজিয়ে প্ৰথম পৰিচয়। গতিকে এনে এটা ব্যক্তিগত প্ৰসঙ্গৰ মাজলৈ—"

"জানিছোঁ মোৰ অনধিকাৰ চৰ্চা হৈছে; আৰু তাৰ বাবে মই ইতিপূৰ্বেই ক্ষমা প্ৰাৰ্থনা কৰি লোৱা উচিত আছিল। যি নহওক—"

"মই আপোনাক ভদ্ৰভাৱে কৈছোঁ, যদি অন্য কোনো কথা আপোনাৰ পাতিবলগীয়া আছে তেনেহলে……"

"আপোনাৰ দেখিছোঁ খঙেই উঠিল মিষ্টাৰ শৰ্মা!" অনন্তই সন্তৰ্পণে এবাৰ অনুপমৰ গোটেই মুখখন সূক্ষ্মভাৱে চাই ললে—"ঠিক আছে, আপুনি বিৰক্তি পাইছে যেতিয়া মোৰ বক্তব্য দীঘল নকৰোঁ। মুঠতে কওঁ—সুৰঞ্জনাৰ সৈতে হোমৰ গুৰিত বহাৰ পূৰ্বে আপুনি তেওঁৰ বিষয়ে ভালদৰে জানি লোৱা সমীচীন হব।"

"ধন্যবাদ! আপোনাৰ বক্তব্য বোধহয় সেইখিনিয়ে?"

"নহয়, যদি আৰু এটা চান্স্ দিয়ে তেন্তে আৰু এবাৰ কথা কৈ থ'ব খোজোঁ।"

হঠাৎ কি যেন এটা ৰহস্য অনুভূত হ'ল অনুপমৰ।

আগতকৈ যথেষ্ট গম্ভীৰ মাতেৰে সি ক'লে—"ক'ব পাৰে।"

বিশেষ ভূমিকা নকৰাকৈয়ে অনন্তই ক'লে—"আপোনাৰ সৈতে বিয়াৰ বন্দৱস্ত হোৱাৰ আগতে সুৰঞ্জনাৰ আন এঠাইত বিয়াৰ বন্দৱস্ত হৈছিল; কিন্তু সেই বিয়া নহ'ল। নহ'ল মানে ল'ৰাৰ পক্ষই বিয়া ভাঙি দিলে।"

"কেলেই?"

যেন সুৰঞ্জনাৰ বিষয়ে নহয়, এজনী অন্য ছোৱালীৰ বিষয়ে হে অনন্তই কথাবোৰ কৈ গৈছিল—যিজনী ছোৱালীক অনুপমে কেতিয়াবা ক'ৰবাত দেখিছে, কথাও পাতিছে; কিন্তু বহুদিন লগ পোৱা নাই, দেখা নাই।

অনন্তৰ কথাৰ মাজত অনুপমে যেন খন্তেকলৈ পাহৰি গৈছিল সুৰঞ্জনা নামৰ এজনী ভদ্ৰ বংশৰ ছোৱালীৰ লগত তাৰ বিয়াৰ প্ৰস্তুতি সম্পূৰ্ণ হোৱাৰ কথা।

অনুপমৰ সেইকণ তৎপৰতাতে উৎসাহিত হৈ অনন্তই কৈ গৈছিল: "সেইবোৰ বহুত কথা; এতিয়া বকলা নেমেলাই ভাল। মুঠৰ ওপৰত, সুৰঞ্জনাক আপুনি যেনেদৰে দেখা পাইছে বা চিনি পাইছে, সেয়ে যথেষ্ট নহয়, তাৰ বাহিৰেও সুৰঞ্জনাৰ এটা পৰিচয় আছে—যিটো শুনিলে আপোনাৰ গাৰ নোম শিয়ৰি উঠাৰ সম্ভাৱনা।"

"মানে?" ঢোলত কোব পৰাৰ দৰেই শব্দটো অনুপমৰ মুখৰপৰা ওলাল।

তাৰ গঢ়-গতি লক্ষ্য কৰি অনন্তই কলে—"কৈছোঁৱেই নহয়, সেইবোৰ বহুত কথা; এতিয়া ক'ব নোৱাৰি। মুঠ কথা, তেওঁৰ সেই লক্ষ্মী



প্ৰতিমাৰ দৰে ধুনীয়া চেহেৰা আৰু দগমগীয়া যৌৱনেই সকলো অথন্তৰৰ মূল। আপুনি বোধহয় নেজানে, আপুনি ইয়ালৈ অহাৰ আগতে তেওঁৰ অন্তৰ আৰু যৌৱন বহুতকেই—"

"আপুনি কৈছে কি?" কিবা অশুভ সপোনত চিঞৰাৰ দৰেই অনুপমে চিঞৰি উঠিল—"এইবোৰ নিশ্চয় আপোনাৰ মনে-সজা কথা। আপোনাৰ মতলব কি মই একো ধৰিব পৰা নাই।"

হঠাৎ যেন অনুপমৰ কিবা এটা হৈ গ'ল। মনৰ ভিতৰত সি এক আকস্মিক অস্থিৰতা অনুভৱ কৰিলে। এক অজ্ঞাত আশঙ্কাত বুকুখন কঁপিবলৈ ধৰিলে তাৰ।

তাকে দেখি অনন্তই মনৰ ভিতৰতে এটা ক্ৰুৰ হাঁহি মাৰিলে।

"মই আগতেই জানিছিলোঁ আপুনি মোৰ কথা বিশ্বাস কৰিবলৈ টান পাব বুলি। কিন্তু তাৰ বাবে আপুনি যদি কিবা প্ৰমাণ বিচাৰে মই তাকো দিবলৈ সাজু।"

"প্ৰমাণ? কি প্ৰমাণ আছে আপোনাৰ হাতত?"

"আপুনি সুৰঞ্জনাৰ সান্নিধ্যলৈ অহাৰ আগতে তেওঁ যে মোকো আপোনাৰ দৰেই ভাল পাইছিল, তাৰ প্ৰমাণ। বাৰু, সুৰঞ্জনাৰ হাতৰ আখৰ আপুনি দেখিছে?"

অনুপমে মুহূৰ্তমান ভাবিলে। তাৰ পিচত কলে—"অঁ দেখিছোঁ, মই তেওঁৰ হেণ্ড-ৰাইটিং চিনি পাওঁ।"

"বেছ কথা, তেনেহলে মোলৈ দিয়া সোতৰখন চিঠিৰ দুখন দেখুৱালেই যথেষ্ট হব বোধহয়?"

"আপোনাৰ হাতত সুৰঞ্জনাৰ চিঠি আছে?"

"নহলেনো দেখুওৱাৰ কথা কওঁনে? সেইবুলি এতিয়া মোৰ লগত নাই। ঘৰত আছে।"

"ঘৰত!"

মূৰটো যেন ঘূৰাবলৈ ধৰিলে অনুপমৰ। তাৰ চতুৰ্দিশ ধুঁৱলি-কুঁৱলী লাগিল। সেই ধুঁৱলীৰ-কুঁৱলিৰ মাজত সি যেন একোকে নমনা হ'ল। দিক্‌বিদিক্ শূন্য লাগিল তাৰ।

মনৰ আকস্মিক উত্তেজনাতে সি অস্পষ্ট মাতেৰে এবাৰ কৈ উঠিল—"নেলাগে। মই সকলো বুজিছোঁ।"

তাৰ পিচত প্ৰায় নিজকে কোৱাদি কলে—"অ' সেই কাৰণেই অনন্তক দেখিলেই তাই দূৰতে বিদূৰ হব খোজে! আচল কথা ক'ববাত!"

অনন্তই দেখিলে—তাৰ ঔষধে আশাতীত কাম কৰিছে। আৰু ইয়াত বহি থকাৰ তাৰ কোনো প্ৰয়োজন নাই। সি যাবগৈ পাৰে।

এইবুলি সুকুক্ কৰে বহাৰপৰা উঠি সি কলে—"বাৰু, মই এতিয়া আহিছোঁ। হঠাতে আহি আমনি দিয়াৰ কাৰণে বেয়া নেপাব।"

কৈয়ে সি সাউত কৰে পাৰ্টিক'ৰপৰা ওলাই চোতাল পালেগৈ আৰু পিচলৈ এবাৰো ঘূৰি নোচোৱাকৈ কোবাকুবিকৈ আলিবাটৰ ফালে খোজ ললে।

যাওঁতে অনন্তই ভাবি গ'ল: সঁচাকৈয়ে আজি ভগবান তাৰ সহায় আছিল; সেয়ে ইমান সহজে কামটো হৈ গ'ল। এতিয়া দেখা যাব নহয় কোনজন সুশিক্ষিত, সুদৰ্শন পুৰুষৰ লগত তাইৰ বিয়া হয়। হোঃ! মোৰ অন্তৰৰ অকৃত্ৰিম ভালপোৱাক ভৰিৰে গছকি, মোৰ হিয়াৰ সঁচা মৰমক নিৰ্মমভাৱে উপেক্ষা কৰি অনুপমক বিয়া কৰাবলৈ যাব! এইবাৰ বুজিবি অনন্ত কিমানৰ মানুহ!

কিন্তু……

কিন্তু সি জানো এটা ভুল কাম নকৰিলে? সি কিয় তাৰ হাতত সুৰঞ্জনাৰ চিঠি আছে বুলি ক'লে? তেনেকৈ ক'ম বুলিতো সি ভাবি যোৱা নাছিল! কিয় হঠাতে কৈ পেলালে তেন্তে? সুৰঞ্জনাই কোন জনমত তালৈ চিঠি দিছিল? যদি অনুপমে চিঠিবোৰ চাব খোজে? ক'ৰপৰা দেখুৱাব সি?

ধুৰ! সেইবোৰ কথা এতিয়াই ভাবি লাভ কি? সময়ৰ মূৰত বুদ্ধি এটা নোলাবনে আৰু?

এক দুঃসাধ্য কামত পৰম কৃতিত্বৰে সফলতা লাভ কৰাৰ উৎফুল্লতাৰে অনন্তই খোজবোৰ দীঘল কৰি দিলে।

## ধৈৰ্য্য

সঁচাকৈয়ে মূৰটো বৰকৈ ঘূৰোৱা যেন লাগিছিল অনুপমৰ।

থৰক্-বৰক্ খোজেৰে সি পাৰ্টিক'ৰপৰা আহি শোৱা কোঠা সোমালহি। আৰু পোনকোৰেই এখন চকীত বহি পৰিল।

এই আঘোণ মাহতো তাৰ কপালত বিন্দু বিন্দু ঘামৰ কণিকা বিৰিঙি উঠিল।

তাৰ মনত বাৰে বাৰে অনন্তৰ মুখৰ সেই কথাষাৰেই অনুৰণিত হবলৈ ধৰিলে: "বেছ কথা, তেনেহলে মোলৈ দিয়া সোতৰখন চিঠিৰ দুখন দেখুৱালেই যথেষ্ট হব বোধহয়?"

উস্! তাই ইমান মাৰাত্মক ছোৱালী বুলিতো সি কাহানিও ভাবিব পৰা নাছিল! কি দুৰ্দান্ত অভিনয় কৰি দেখুৱালে তাই তাৰ আগত!

এৰা, আচল কথাটো সি এতিয়াহে বুজিলে: অনন্তৰ সমুখা-সমুখি হলে কেনেবাকৈ নিজৰ স্বৰূপটো ওলাই পৰে বুলিয়ে তাই অনন্তৰ চাঁতকে সহিব নোৱাৰিছিল। অনন্তক দেখিলে দূৰতে কৈছিল—"সৌটো! আপদটো কেনেকৈ সৌ পাণ-দোকানখনৰ আগত থিয় হৈ আছে দেখিছেনে অনুপমদা? সি আমাৰ ফালেই চাই আছে। ব'লক, বেগেতে পাৰ হৈ যাওঁ!"

ছিঃ ছিঃ! যাৰ লগত এসময়ত মোৰ দৰেই ভালপোৱাৰ অভিনয় কৰিলে, এখন নহয়, দুখন নহয়, সোতৰখন চিঠি লেখিলে, অন্তৰ বিনিময় কৰিলে, সেইটো মানুহৰ প্ৰতিয়ে ইমান অৱহেলা! ইমান তুচ্ছ-তাচ্ছিল্য! কি সাংঘাতিক প্ৰকৃতি এই ছোৱালীবোৰৰ!

ছলনাময়ী! সঁচাকৈয়ে ছলনাময়ী এই নাৰী জাতিটো!

এতিয়াই যদি মই অনন্তক মতাই আনি তাই দিয়া চিঠিবোৰ পঢ়ি চাওঁ, তাইৰ চৰিত্ৰৰ সকলো কলুষতা, গোপনীয়তা ওলাই নপৰিবনে?

কিন্তু এতিয়া কৰা যায় কি? ইমানখিনি আগবঢ়াৰ পিচত বিয়াখন জানোহঠাতে বন্ধ কৰি দিব পাৰিব? কি অসুবিধাৰ কথা দৰ্শাব?

মাজতে মাত্ৰ দহোটো দিন; তাৰ পিচতেই সেই নিৰ্ধাৰিত শুভ-দিনটো উপস্থিত। দিন চাপি অহাৰ লগে লগে ইপিনে দেউতাক ককায়েকৰো গাত তত্ নাইকিয়া হৈ আহিছে। বিয়াৰ জোগাৰ-পাতিৰ কথা লৈ তালৈতো লিখিছেই, সিফালে সুৰঞ্জনাৰ দেউতাক-ককায়েকলৈও ইথনৰ পিচত সিথন চিঠি দি আছে।

অৱশ্যে তেওঁলোকৰ চিঠিত সেইবোৰ কথা লিখা নাই; লিখিছে বৰযাত্ৰীৰ লগত কিমান মানুহ অহাৰ সম্ভাৱনা আছে; বিয়াৰ পিচদিনা ছোৱালী একেবাৰে লৈ যাবনে, ঘৰ গছকাই আকৌ পঠিয়াই দিব ইত্যাদি।

তালৈ দিয়া ককায়েকৰ এখন চিঠিত কন্দৰ্প ই সুধি পঠিয়াইছেঃ তাৰ ছুটী মঞ্জুৰ হৈছেনে নাই; ছুটী কিমানদিন লৈছে; সি কোন দিনা ঘৰ পাবগৈ।

এনেস্থলত কি যুক্তি দেখুৱাই সি ঘপকৈ বিয়াখন বন্ধ কৰি দিব?

তদুপৰি সি এতিয়াও সকলো কথাৰে প্ৰমাণ পোৱা নাই। সি নিশ্চিত হব পৰা নাই সুৰঞ্জনাই অনন্তলৈ চিঠি দিয়াটো সঁচানে মিছা। যদি কথাটো সঁচা নহয়? যদি অনন্তই কিবা ফন্দী পাতিছে? যদি তাক শ'ল-ঠেকত পেলাবলৈ ভয়ঙ্কৰ ষড়যন্ত্ৰৰ খেৱালি জাল মেলি দিছে? কোনে জানে—কিজানি কিবা স্বাৰ্থ পূৰণৰ লোভতেই অনন্তই তাৰ সতে এনে মিত্ৰতা (?) স্থাপন কৰিছে?

তেনেহলে সি এবাৰ পৰীক্ষা কৰি চাব নেকি? প্ৰমাণ চাব নেকি তাৰ সতে সুৰঞ্জনাৰ সম্পৰ্ক ঘটাটো কিমানদূৰ সত্য? চাব নেকি সুৰঞ্জনাই তালৈ কেতিয়া কেইখন চিঠি দিছিল? চিঠিত কি কি লিখিছিল?

অনুপমৰ মনৰ মাজলৈ কিছুমান নতুন অৱসাদ সোমাই আহিল। মুখখন তিতা তিতা লাগিল তাৰ। একোবত বহাৰপৰা উঠি গৈ মেজৰ ওপৰত থকা পানামাৰ পেকেটটোৰ পৰা এটা চিগাৰেট উলিয়াই জ্বলাই লৈ পালেঙখনত বাগৰি পৰিল।

এই পালেঙখন! এই পালেংখন অনুপমে তৈয়াৰ কৰোৱা বেছি দিন হোৱা নাই। চাৰি মাহমানহে হৈছে। দুজন মানুহ গৰম দিনতো বিশেষ কষ্ট নোপোৱাকৈ শুব পৰা চেগুন কাঠৰ মট্‌মটীয়া পালেঙখনত বাগৰ দি থাকোঁতে কেইদিনমানৰ আগতে তাৰ পিয়নটোৱে তাক কৈছিলঃ "বাবু, এই পালেঙখন ইমান টকা খৰচ কৰি আপুনি এনেয়ে কৰালে। আৰু দুদিন পিচত তো এনেকুৱা এখন পাবই।"

চল বুজি মাজে-সময়ে তেনে ধৰণৰ পাতল কথা কৈ আসে বিচৰা পিয়নটোৰ কথাবাৰত আমোদ পাই অনুপমে মনে মনে হাঁহিছিল যদিও মুখেৰে কৈছিল—"তই আকৌ আহিলিনে বাজে কথাবোৰ বলকিবলৈ?"

আজি অৱশ্যে সেইবোৰ কথা মনলৈ অহা নাছিল অনুপমৰ; আজি তাৰ মনলৈ আহিছে অনন্তৰ কথা, সুৰঞ্জনাৰ কথা।

এৰা, কোনো প্ৰমাণ নোপোৱাকৈ অনন্তৰ কথাত ইমান গুৰুত্ব আৰোপ কৰাটো হয়তো উচিত হোৱা নাই। কাৰণ, অনন্তৰ বিষয়ে সি বহুত কথা নেজানে।

কিন্তু অবিশ্বাসেই বা কৰা যায় কেনেকৈ? যিটো মানুহে আগতে তাৰ সতে কোনোদিন এষাৰ কথা পতা নাই, সেইটো মানুহে একে-দিনাই চিনাকি হৈ ইমানবোৰ গোপন কথা কৈ গ'ল কি সাহসত? সত্য নোহোৱা হলে ইমান জোৰ দি সি কথাবোৰ কব পাৰিলেহেঁতেন জানো? সুৰঞ্জনাৰ কথাকে বা ইমান নিৰ্ভয়ে, নিৰুদ্বিগ্নভাৱে কৈ গ'ল কেনেকৈ?

ওঁহো, অনন্তক সি অবিশ্বাস কৰিব নোৱাৰে। অৱশ্যে তাৰ হাতত থকা চিঠি কেইখন এবাৰ পঢ়ি চাব পৰা হলে বেয়া নাছিল। কিন্তু সেইটো বৰ্ত্তমান নকৰাই ভাল; কাৰণ সেইটো কৰিবলৈ গলে তাৰ বেছি অশান্তিহে হব। সুৰঞ্জনাৰ চিঠি পঢ়িলে তাৰ ভিতৰৰ জুইকুৰা বেছিকৈহে জ্বলিব।

কথাবোৰ ভাবি যাওঁতেই হঠাৎ তাৰ আকৌ মনত পৰিল বলীনলৈ। বলীনৰ কথাবোৰলৈ।

ঠিকেই, বলীনহঁতক সি প্ৰতাৰণা কৰিলে, বিশ্বাসঘাতকতা কৰিলে; এয়া বোধহয় তাৰেই স্বাভাৱিক ফল। ভগবান নাই বুলি কোনে কয়? ভগবান নথকা হলে আজি এই মানসিক অশান্তি আহিলহেঁতেন জানো?

বেচেৰী দুলালীজনী! তাই চাগৈ কম আঘাত পাইছেনে? কম দুখ পাইছেনে তাইৰ নবৌৱেকজনীয়ে? বলীনে? কোনে জানে এয়া কিজানি তাৰেই প্ৰত্যক্ষ প্ৰতিক্ৰিয়া! শাওপাত!

মূৰ্খামি। তাৰেই মূৰ্খামি সকলো। যিডোখৰ সোণ আছিল সেই-ডোখৰ পিতল বুলি দলিয়াই পেলালে, যিডোখৰ পিতল তাকেই খাঁটি সোণ বুলি বাছি ললে।

এতিয়া পিতল ডোখৰেৰে সি কি কৰিব?

অ' সেই কাৰণেই বোধকৰো ইমান লৰালৰি! জানোছা সি হাতৰ পৰা সাৰি গ'লে তাইৰ ভাগ্যাকাশ বিপদ-ডাৱৰে আকৌ আগুৰি ধৰে। নহলে তাৰ বিষয়ে সিমানবোৰ বেয়া কথা জনাৰ পিচতো কিয় আকৌ তাৰ হাততেই সুৰঞ্জনাক দিবলৈ ওলাল? তাইৰ চৰিত্ৰৰ কলুষতা কুটি-ফাটি যায় বুলি?

কিন্তু সি এটা কথা অনন্তৰ পৰা জানি লোৱা উচিত আছিল।

সি জানি ল'ব লাগিছিল: আগতে হব খোজা সুৰঞ্জনাৰ বিয়াখন কিয় ভাগিল? কি কাৰণে সেই মানুহ ঘৰে তাইক অপছন্দ কৰিলে? সময় আৰু সুযোগ দিয়া হলে অনন্তই সেই খবৰো নিশ্চয় দিব পাৰিলে-হেঁতেন।

কিন্তু……

কথাবোৰ ভাবি ভাবি অনুপম মানসিকভাৱে অত্যন্ত উত্তেজিত হৈ পৰিছিল। মূৰটো তেতিয়াও ঘূৰাই থকা যেন লাগি আছিল।

শেষ হোৱা চিগাৰেটৰ টুকুৰাটো পেলাবলৈ বিছনাৰ পৰা উঠিব খোজোঁতেই পিয়নটো কোঠালৈ সোমাই আহিল আৰু তাক সুধিলে—"বাবু, বজাৰলৈ নেযাম জানো? কিবাকিবি আনিব লাগিছিল নহয়!"

অনুপমে ক'লে—"যাবি বাৰু, কিন্তু যোৱাৰ আগতে মোক আৰু একাপ চাহ দি যাচোন।"

একো নেমাতি পিয়নটো কোঠাৰ পৰা ওলাই গ'ল।

কিছু সময়ৰ পিচত সি একাপ ধোঁৱা বলি থকা চাহ অনুপমক দিলেহি। পালেঙতে বহি অনুপমে তপত চাহ কাপ ফুৱাই ফুৱাই খালে।

এটা সময়ত অনুপমৰ পৰা পইচা-পাতি লৈ পিয়নটো বজাৰৰ ফালে ওলাই গ'ল। অনুপমৰ কোৱাৰ্টাৰৰ পৰা বজাৰলৈ বেছি দূৰ নহয়; এঘণ্টাৰ ভিতৰতে বজাৰ কৰি ঘূৰি আহিব পাৰি।

সেয়ে সি ওলাই যাবৰ সময়ত অনুপমে কলে—"বেছি দেৰী নকৰিবি। মই কেনিবা ওলাই যাব পাৰোঁ।"



পিয়নটো যোৱাৰ পিচত পুনৰ এটা চিগাৰেট জ্বলাই লৈ অনুপম পৰ্টিক'লৈ ওলাই আহিল। বাহিৰলৈ লক্ষ্য কৰি সি দেখিলে—সন্ধ্যা লাগিবলৈ বেছি সময় নাই।

অনুপমে হাতৰ ঘড়ীটোলৈ চালে: পাঁচ বাজি মাত্ৰ পাঁচ মিনিট গৈছে। গৰমৰ দিন হোৱা হলে চোতালত এতিয়াও ৰ'দ থাকিল-হেঁতেন; কিন্তু এতিয়া আঘোণৰ প্ৰায় মাজ। সেইদেখি পাঁচ বজাতেই সন্ধ্যা লাগিবৰ হ'ল।

পৰ্টিক'ৰ দুৱাৰ-মুখলৈকে চকী এখন টানি নি অনুপম বহি পৰিল। মূৰটো তাৰ এতিয়াও গধুৰ গধুৰ লাগি আছে। অলেখ ভাবেৰে মনটো ভাৰাক্ৰান্ত হৈ আছে।

কুণ্ডলী পাক খাই ওপৰলৈ উৰি যোৱা চিগাৰেটৰ ধোঁৱাবোৰৰ দৰে তাৰ মনৰ মাজতো ছেদ-ভেদ নোহোৱা কথাবোৰ কুণ্ডলী পাক দি উৰি ফুৰিবলৈ ধৰিলে।

মনত ঘূৰ্ণীপাক দি উৰি ফুৰা ভাববোৰৰ মাজতে এখন ছবি ভাহি ফুৰিছিল। সেইখন ছবি সুৰঞ্জনাৰ।

কিন্তু এবাৰ অকস্মাৎ সেইখন ছবিৰ ঠাইত আন এখন ছবি জিলিকি উঠিল। আজি ভালেমান দিন মনৰ তলিত পেলাই থোৱা সেই ছবিখন ক্ৰমে ক্ৰমে ইমান স্পষ্ট আৰু উজ্জ্বল হৈ উঠিল যে খন্তেক সময় আগলৈকে মনৰ দাপোণত জিলিকি থকা সুৰঞ্জনাৰ মুখ-খন থিতাতে অদৃশ্য হৈ গ'ল। মনত অকস্মাতে উদ্ভাসিত হৈ উঠা সেই ছবিৰ মুখখন অনুপমে স্পষ্টকৈ চিনি পালে।

কিন্তু ই-কি! হঠাতে সেইখন মুখলৈ তাৰ মনত পৰিল কেলেই? আজি ইমানদিনে গৌতমীৰ কথা সি জানো ভাবিছিল? সুৰঞ্জনা আৰু দুলালীক পোৱাৰ পৰা বেচেৰী গৌতমীজনীৰ কথা সি জানো খন্তেকলৈ হলেও মনত পেলাইছিল? আজি বাৰু কিয় হঠাতে তাই ধৰা দিলেহি? এয়া জানো সপোন?

কিন্তু ধৰা নিদিবই বা কিয়? সি নেভাবিলে বুলি তায়ো তালৈ পাহৰি যাবনে? তাইতো মৰি যোৱা নাই! বেচেৰীয়ে চাগৈ তাৰ কথা ভাবি, তাৰ স্মৃতি ৰোমন্থন কৰি হুমুনিয়াহ কাঢ়িছে; তাৰ নিষ্ঠুৰতাত জৰ্জৰিত হৈ নীৰৱে চকুলো টুকিছে।

ঠিকেই, সি তাইৰপৰা বিদায় লৈ আহিবৰ সময়ত তাই খুব সঁচা কথাই কৈছিল। গৌতমীয়ে কৈছিল ঃ "তোমালোকৰনো কি আছে অনুদা, আজি চকুৰ আগতে আছোঁ কাৰণে মোক মৰম কৰিছা, মোক লৈ বহুতো মধুৰ কল্পনা ৰচনা কৰিছা ; কিন্তু কাইলৈ যেতিয়া মোৰ কাষৰপৰা আঁতৰি যাবা তেতিয়া সকলো পাহৰি যাবা। আনকি মোৰ নামটোৱেই হয়তো তোমাৰ মনৰ পৰা মচ খাই যাব। কাৰণ, পুৰুষবোৰে খুব সোনকালে পাহৰিব পাৰে।"

সি গৌতমীৰ সেইবোৰ কথাৰ প্ৰতিবাদ কৰিছিল। কৈছিল—সেইবোৰ তাইৰ মিছা আশঙ্কা। মিছা অভিমান। তাইৰ দৰে এজনী ছোৱালীক পাহৰি যাবলৈ হলে সি বলিয়া হব লাগিব।

কিন্তু ক'তা, সিতো এতিয়াও বলিয়া হোৱা নাই! তেন্তে কিয় পাহৰি গ'ল তাইৰ কথা? কিয় ইমানদিন তাইলৈ মনত পৰা নাছিল? সি ইমান নিষ্ঠুৰ কেনেকৈ হব পাৰিলে?

তাৰ বাবে দোষী নিশ্চয় সি নহয় ; যদি হয় তেন্তে সেয়া সুৰঞ্জনা আৰু দুলালী। কিয়নো, গৌতমীৰ কাষৰপৰা আঁতৰি অহাৰ পিচত সি প্ৰথমেই লগ পাইছিল সুৰঞ্জনাক। সুৰঞ্জনাই তাৰ মনৰ বহুখিনি ঠাই অধিকাৰ কৰি লৈছিল।

সুৰঞ্জনাৰ পিচত তাৰ মনত প্ৰবেশ কৰিছিল দুলালী। সেই দুজনী ছোৱালীয়েই তাৰ মৰমৰ গৌতমীজনীৰ ঠাইখিনি জোৰকৈ দখল কৰি লৈ নিজৰ নিজৰ প্ৰাধান্য সাব্যস্ত কৰিছিল। গতিকে সেই বিস্মৃতিৰ কাৰণে দায়ী সিহঁতেই।

আজি কিন্তু সিহঁতৰ অন্যায় অধিকাৰ খৰ্ব কৰি গৌতমী সোঁ-শৰীৰে তাৰ মন-গহনত সঞ্জীৱিত হৈ উঠিছে।

"মোক ক্ষমা কৰা গৌতমী! নিজৰ জ্ঞান-বিশ্বাসেৰে মই তোমাক কেতিয়াও উপেক্ষা কৰা নাছিলোঁ। মোক বাধ্য কৰাইছিল তোমাৰেই প্ৰতিদ্বন্দ্বিনী দুজনী ছোৱালীয়ে। সুৰঞ্জনা আৰু দুলালীয়ে। আজি কিন্তু সিহঁত বিভীষিকা হৈ গৈছে।"

এই নগৰৰ পৰা আশী কিলোমিটাৰ আঁতৰৰ যিখন ব্যৱসায়-প্ৰধান চহৰৰ দাঁতি-কাষৰীয়া গাঁৱত অনুপমহঁতৰ ঘৰ, তাৰ পৰা প্ৰায় সাত কিলোমিটাৰমান নিলগতে আন এখন গাঁৱত গৌতমীহঁতৰ ঘৰ।



গৌতমীৰ দেউতাক এজন নামজ্বলা উকীল। সন্তানৰ ভিতৰত উকীলৰ গৌতমীয়ে প্ৰথম। তাইৰ তলত আৰু কেবাটাও ল'ৰা-ছোৱালী।

গৌতমীৰ লগত অনুপমৰ পৰিচয় আছিল নিচেই সৰু কালৰে পৰা। কাৰণ, গৌতমীহঁতৰ ঘৰৰ কাষতে অনুপমৰ ডাঙৰ মোমায়েকহঁতৰ ঘৰ।

তিনিজন মোমায়েকৰ ভিতৰত ডাঙৰ মোমায়েকহঁতৰ ঘৰ ওচৰত কাৰণে তেওঁলোকৰ ঘৰৰ লগত অনুপমহঁতৰ আহ-যাহ বেছি ঘন আছিল।

বাল্যকালৰেপৰা গঢ়ি উঠা অনুপম আৰু গৌতমীৰ মাজৰ পাৰস্পৰিক মিলা-প্ৰীতি কৈশোৰত বেছি মধুৰ হৈ আহিছিল। যৌৱনত সেই মধুৰতাই গভীৰ ৰূপ ললে। দুয়োখন ঘৰৰ চকুৰ আগতেই সিহঁতৰ পাৰস্পৰিক অন্তৰঙ্গতাই পৰিপূৰ্ণতা লাভ কৰিলে।

যথাসময়ত গৌতমীয়ে চহৰৰ স্কুলৰপৰা উচ্চ মাধ্যমিক পৰীক্ষাত উত্তীৰ্ণ হৈ কলেজত ভৰ্তি হ'ল। আৰু সি বি-এ ডিগ্ৰী লৈ কলেজৰ পৰা ওলাল। এম-এ পঢ়িবলৈ জল্পনা-কল্পনা কৰি থাকোঁতেই এদিন ডাঙৰ মোমায়েকে চাকৰি এটাৰ কথা ক'লে। চাকৰিটো একপ্ৰকাৰ তেওঁৰ হাততেই আছিল। সেই দেখি পঢ়াৰ কথা স্থগিত ৰাখি মোমায়েকৰ কথামতেই কাম কৰিলে।

যথাসময়ত তাৰ চাকৰি হ'ল।

খবৰটোৱে গোটেই ঘৰখনকে উল্লসিত কৰি তুলিলে। কিন্তু তেওঁলোকতকৈও যেন বেছি উল্লসিত হৈছিল, বেছি আনন্দিত হৈ উঠিছিল গৌতমী।

আনন্দৰ আতিশয্যৰে গৌতমীয়ে তাক কৈছিল, "চোৱাঁ অনুদা, তুমি কম ভাগ্যবান নহয় ; তিনিকুৰি কেণ্ডিডেটৰ ভিতৰত তুমিহে পালা চাকৰিটো! ভালেই হৈছে, চাকৰি কৰি কৰি প্ৰাইভেটকৈ এম. এ-টোও পাছ কৰি লোৱাঁ। তেতিয়া আৰু তোমাক পায় কোনে?"

সি কৈছিল—"সেইটো মোৰো ইচ্ছা আছে ; কিন্তু কিমান দূৰ কি কৰিব পাৰোঁ সেইটোহে ক'ব পৰা নাই। কাৰণ, মোৰ পোষ্টটো হ'ল ট্ৰেন্সফাৰেবল্। কেতিয়া ক'লৈ যাবলগীয়া হয় একো ঠিক নাই।"

তাই অলপ দমি যোৱা যেন হৈছিল।

"হয় পাই, ট্রেন্সফাৰেবল্ নোহোৱা হলে ভাল আছিল।"

সি হাঁহি মাৰি কৈছিল—"অ' তোমাৰ চাগৈ ভয়েই লাগি গ'ল নহয়! অ'ত ত'ত ঘূৰি-ফুৰি কিজানি তোমাক পাহৰিয়ে যাওঁ! পিছে সেইটো নহব বুইছা; তাৰ কাৰণে তুমি অকণো চিন্তা কৰিব নেলাগে। তোমাৰ মৰমৰ অনুদাই তাৰ প্ৰাণাধিক চেনেহৰ সোণজনীক কেতিয়াও পাহৰিব নোৱাৰে।"

এটা সম্ভাৱনাপূৰ্ণ সন্মানীয় চাকৰি, গৌতমীৰ বুকুৰ অফুৰন্ত মৰম আৰু ভবিষ্যতৰ নানান ৰঙীন কল্পনাৰ মাজেদি দিনবোৰ গৈ আছিল।

এদিন গৌতমীৰ মুখৰ পৰাই সি গম পালে: মাক-দেউতাকে গৌতমীৰ বিয়াৰ কথা বৰকৈ চিন্তা কৰিছে। বিয়াৰ কথা শুনি তাইৰো ভালেই লাগিছে; কিয়নো মাক-দেউতাকে যিজন ল'বাৰ লগত তাইৰ ভবিষ্যতৰ কথা চিন্তা কৰিছে, সেইজন তাইৰ প্ৰাণটোতকৈও বেছি আপোন— বেছি মৰমৰ। সেইজনেই তাইৰ চিৰ-ঈপ্সিত পুৰুষ।

আৰু সেয়া হ'ল অনুপম।

কিন্তু ভগবানৰ কি আচৰিত লীলা; বিয়াৰ কথা-বাৰ্তা চলিবলৈ আৰম্ভ হওঁতেই হঠাৎ তাৰ বদলিৰ নিৰ্দেশ আহিল। সি নিৰ্দেশ ৰদ কৰিবলৈ চেষ্টা কৰিছিল; মোমায়েকেও খাটিছিল। কিন্তু কামত নাহিল।

অৱশেষত ক্ৰন্দনৰতা প্ৰেয়সীক নানাভাৱে বুজনি দি সি চাকৰিৰ খাতিৰত এই নগৰখনলৈ গুচি আহিল। আহিবৰ দিনা তাৰ বুকুখন যেন বৰ উদং উদং লাগিছিল।

ইয়ালৈ আহি সি গৌতমীলৈ ডুখন চিঠি দিছিল। গৌতমীয়ে ডুয়োখন চিঠিৰে উত্তৰ দিছিল। কিন্তু সি তাইৰ পিচৰ চিঠিখনৰ প্ৰত্যুত্তৰ নিদিলে। কামৰ লেঠাত দিওঁ-দিওঁকৈ থাকোঁতেই দিয়া আৰু হৈ নুঠিল।

তাৰপৰা চিঠি নোপোৱাৰ অভিযোগ কৰি প্ৰচণ্ড অভিমানেৰে গৌতমীয়ে আৰু এখন চিঠি দিছিল। সি সেই চিঠিৰো উত্তৰ নিদিলে। কি লিখিম কি নিলিখিম ভাবি-চিন্তি থাকোঁতেই এদিন সুৰঞ্জনাৰ লগত তাৰ দৰ্শন ঘটিল।



সেই দৰ্শনে তাক অভিভূত কৰিলে। আৰু ক্ৰমে ক্ৰমে প্ৰথম প্ৰেয়সীলৈ চিঠি দিয়া কথাটোৰ ওপৰত সি গুৰুত্ব নিদিয়া হৈ আহিল। সেয়া আজি এবছৰৰো কিছু আগৰ কথা।

অৱশ্যে গৌতমীৰ কথা মনৰপৰা এৰি পেলালেও, আজি অত দিনে তাইৰ কোনো খবৰ নেৰাখিলেও সি জানে—গৌতমীৰ বিয়া এতিয়াও হোৱা নাই। হোৱা হলে তালৈ নিশ্চয় খবৰ আহিলহেঁতেন। হয়তো তাৰ কাৰণেই তাই অপেক্ষা কৰি আছে। অপেক্ষা কৰি আছে তাইৰ মাক-দেউতাকেও।

আজি মনৰ এই সন্ধিক্ষণত সেই অভাগিনী গৌতমীৰ কথাকে সি বাৰে বাৰে ভাবিবলৈ ধৰিলে।

অনুপমে ভাবিলে: ইমানখিনি জনাৰ পিচতো সি যদি সুৰঞ্জনাক বিয়া কৰাবলৈ আগবাঢ়ে তেন্তে তাৰ সমান ভুল জীৱনত হয়তো আৰু কৰা নহব।

আৰু এই বিয়াত সি আগবাঢ়িলেই যেনিবা, বলীনে জানো দিব এই বিয়া হবলৈ? তেওঁ সেইদিনাই তাৰ ওপৰত সতৰ্কবাণী জাৰি কৰি থৈ গৈছে। কোনে জানে, বিয়াৰ দিনা কিজানি বলীনে ভাবিব নোৱৰা কিবা এটা অঘটন ঘটুৱাই দিয়ে!

নহয়, নহয়, আৰু গুণা-গাঁথা কৰি থাকিলে নহব। সি এতিয়াই এটা সিদ্ধান্তত উপনীত হোৱা দৰকাৰ। আজি-কালিৰ ভিতৰতে সি ঘৰলৈ চিঠি লিখি জনাই দিয়া ভাল: তেওঁলোকে যিখন ঘৰৰ লগত এটা চিৰস্থায়ী সম্পৰ্ক গঢ়ি তুলিবলৈ আগবাঢ়িছে, সেইঘৰ মানুহ এই গোস্বামীহঁত নহয়; সেইঘৰ মানুহ গৌতমীহঁত।

তাৰ বিয়া সুৰঞ্জনাৰ লগত নহয়, হব গৌতমীৰ লগত।

গৌতমী তাৰ প্ৰাণৰ প্ৰতিমা।

# পোন্ধৰ

ঘৰখনত উলাহ ভালকৈয়ে লাগিছে।

পৰ্টিক'ৰপৰা বান্ধনিঘৰলৈকে প্ৰত্যেকখন বেৰতে চূণ-তেল দিওৱা, আগফাল-পিচফালৰ চোতাল আদি চিকুণাই পৰিষ্কাৰ কৰোৱা, ফাৰ্ণিচাৰৰ অৰ্ডাৰ দিয়া, আটা-ময়দা-চেনিৰ কাৰণে যোগান বিভাগৰ বৰমূৰীয়াৰপৰা 'বিশেষ অনুমতি' অনা, ৰভাৰ কাৰণে টিনপাত আৰু মানুহ-দুনুহ বহিবলৈ চকী-মেজ আদি ক'ৰ পৰা অনোৱা হব তাৰ আগতীয়া ব্যৱস্থা কৰা, দূৰণিৰ আত্মীয় মানুহলৈ চিঠি দিয়া—ইত্যাদি বিয়াৰ যাৱতীয় কামত গোস্বামীৰ পৰা অবন-তপনহঁত সকলো ব্যস্ত।

আৰু ব্যস্ত নহলে হব কেনেকৈ? দিনটো আৰু নায়েই; জোৰোণৰ দিনটো ধৰি মাজতে মাত্ৰ এটা সপ্তাহ। কামৰ হুলস্থুলৰ মাজত এটা সপ্তাহ কেনি গুচি যাব গমেই পোৱা নেযাব।

এবা, বিয়া বুলিলে আজিকালি ভয়হে লগা হ'ল। যিহে দাম হবলৈ ধৰিছে বস্তুবোৰৰ। তাতে ছোৱালী-ঘৰৰ ওপৰত খৰচৰ হেঁচাটো বেছি হয়। অলঙ্কাৰৰপৰা কাপোৰ-কানিলৈকে, লোটা-ঘটিৰপৰা ফাৰ্ণিচাৰলৈকে কমবোৰ বস্তু লগত দিব লাগেনে ছোৱালীজনীৰ!

আজিৰ দিনত সন্মান ৰখাই কাম কৰাটোৱেই ডাঙৰ কথা!

ভনীয়েকৰ কাৰণে অলঙ্কাৰৰ চেটটো অবনে অকলেই দিছে। বাকী ফাৰ্ণিচাৰ, কাপোৰ-কানি আৰু অন্যান্য যৌতুকৰ বস্তুবোৰ ঘৰখনৰ সমূহীয়া পছন্দ আৰু খৰচৰ ওপৰত নিৰ্ভৰ কৰা হৈছে।

অলঙ্কাৰৰ চেটটোত আছেঃ তিনি তোলা-সোণৰ এডাল কণ্ঠহাৰ, এডাল বেনা দিয়া চেইন, এযোৰ ব্ৰেছলেটৰ সতে দুযোৰ চুৰী, ছঅনা আৰু পাঁচ অনা সোণৰ দুটা আঙঠি, আৰু আঙঠিৰ সতে সমান ওজনৰ সোণৰ এযোৰ কাণফুলি।

ব্ৰেছলেট দুপাটৰ সলনি অবনে এপাট ব্ৰেছলেট আৰু এটা ঘড়ী



দিয়াৰ কথা ভাবিছিল; কিন্তু খৰচৰ মাত্ৰালৈ চাই সেইটো বাদ দিলে।

তদুপৰি ঘড়ীটো হয়তো জোৰোণতো দিব পাৰে। অনুপম যিহে চৌখীন ল'ৰা! তাতে সুৰঞ্জনায়ো মানা কৰিলে। ইমানবোৰ বস্তু দিব, আকৌ ঘড়ীটো দিলেহে হয়নে?

কিযে ছোৱালী এই সুৰঞ্জনাজনী!

মেট্ৰিক পাছ কৰাৰ পিচতে অবনে তাইক এটা ধুনীয়া ৰ'ল গল্ডৰ লেডিজ ঘড়ী দিছিল; কিন্তু আজি কিছুদিনৰ আগতে সেই ঘড়ীটো তাই বৌৱেক মন্দিৰাক উপহাৰ দি দিলে। তাইৰ কাণ্ড দেখি মন্দিৰাই আশ্চৰ্য্য বোধ কৰাত তাই কলে—ঘড়ী পিন্ধি তাইৰ হেনো ভাল নেলাগে।

"ঠিক আছে, তুমি বাৰু থৈ দিয়াচোন; কলেজলৈ যাওঁতে কেতিয়াবা কেতিয়াবা মই পিন্ধি যাম। বাকী সময়ত তুমি পিন্ধিবা।"

—তাই বৌৱেকক কৈছিল।

ঘৰখনৰ এই সীমাহীন ব্যস্ততা আৰু আবেগ-উদ্যমে সুৰঞ্জনাৰ মনটোও উৎফুল্ল কৰি তোলে।

অৱশ্যে মনৰ সেই উৎফুল্লতা কাৰো আগত প্ৰকাশ নকৰি তাই বেছ গহীন হৈ থাকে। আনকি নবৌৱেকে ধেমালিৰ সুৰত কিবা এটা ক'লেও তাই পৰাপক্ষত কোনো প্ৰত্যুত্তৰ নিদি আঁতৰি যায়। তাইৰ লাজ লাগে; কিযে অসভ্য কথাবোৰ তাইৰ আগত কয় বৌৱেকজনীয়ে!

অৱশ্যে তাই জানেঃ এই কেইটা দিনেই তাইৰ সতে চুপটি মৰাৰ দিন; ঠাট্টা-ধেমালি কৰাৰ দিন। এই ঘৰখনৰপৰা ওলাই যোৱাৰ পিচততো আৰু সেইবোৰ নকৰে! তেতিয়া তাই একেবাৰে লোকৰ ঘৰৰ ছোৱালী হৈ যাব।

ধেৎ! কেনেকুৱা লাগি যায় সেইবোৰ কথা ভাবিলে! যিখন ঘৰত জন্ম হৈ, ডাঙৰ-দীঘল হৈ লিখা-পঢ়া শিকি মানুহ হ'ল, এদিন সেইখন ঘৰৰ সকলো মায়া-মমতা ছিঙি, বংশৰ গোত্ৰ ছিঙি আন এখন ঘৰলৈ যাব লাগিব। তেনেহলে তাইক ইমান যত্ন কৰি ডাঙৰ-দীঘল কৰাৰ, পঢ়ুৱাই শুনোৱাই মানুহ কৰাৰ লাভ হ'ল কি মাক-দেউতাকৰ!!

মিছা, মিছা, ছোৱালীৰ জীৱনবোৰ একেবাৰে মিছা। যিখন ঘৰত

অপৰিসীম স্নেহ-আবদাৰৰ মাজেদি ডাঙৰ-দীঘল হ'ল সেইখন ঘৰ হ'ল খন্তেকীয়া; যিখন ঘৰ কোনোদিন দেখা নাই, কোনোদিন যোৱা নাই, সেইখন হ'ল চিৰস্থায়ী, চিৰআপোন।

কি যে নিয়ম সংসাৰৰ!

তাইৰ লগত দিব খোজা তুলি-গাৰু-লেপ আদিবোৰ ঘৰতে ধুনীৱালা মাতি আনি কৰোৱা হৈছে। পালেঙৰ আঠুৱা খনহে দৰ্জিৰ তাত চিলাবলৈ দিয়া হৈছে।

তুলি-গাৰুবোৰ ঘৰতেই তৈয়াৰ কৰোৱা কাৰণে তাইৰ সুবিধাই হৈছে। লেপৰ গিলিপ আৰু গিলিপৰ কাৰণে কাপোৰ কিনাই আনি সেইবোৰ তাই নিজহাতেই নিজৰ পছন্দমতে চিলাই কৰি লৈছে। গাৰু গিলিপত ধুনীয়া ধুনীয়া ফুল বাছি লৈছে। টেবুল-ক্লথবোৰতো আছেই। সেইবোৰতো ধুনীয়া ধুনীয়া ডিজাইন দি ফুল আদি বাছি লৈছে।

একান্তমনে সেইবোৰ কামত লাগি থাকোঁতে তাইৰ মনটোৱেও কল্পনাৰ জাল গোঁথে। নতুন ঘৰখনলৈ গৈ পোনতে তাই কেনেকৈ চলিব, দীঘলকৈ ওৰণি-বাৰণি লৈ কেনেকৈ শহুৰেক-শাহুৱেক-জেঠায়েক-হঁতক সন্মান কৰিব, কেনেকৈ কথা পাতিব; দেওৰেক-ননদেক-জাকহঁতৰ মৰমৰ পাত্ৰী হব; পত্নী হিচাপে অনুপমৰ আগত কেনেকৈ ওলোৱা সোমোৱা কৰিব—ইত্যাদিৰ কল্পনাত তাই যেন আপোন পাহৰা হৈ যায়।

বাৰু, অনুপমদাটো আজিকালি আহিবলৈ এৰিছে কেলেই? বিয়াৰ দিনবাৰ ঠিক হোৱাৰ পিচৰ পৰাই তেওঁৰ অহা-যোৱা কমিছে। আজি চাৰি-পাঁচ দিন একেবাৰে অহাই নাই। কিয় বাৰু? সময়ৰ অভাৱ?…

মিছা কথা; সময়ৰ অভাৱ বুলি আমাৰ ইয়ালৈ নহাকৈ থাকিব পাৰেনে? তেনেহলে?…

অ' বুজিছোঁ, দিন ওচৰ চাপিছেতো; তেওঁৰো চাগৈ লাজ লাগিছে। হব পাৰে মানুহটো উৎপতীয়া, সেই বুলি এনেকুৱা ক্ষেত্ৰত লাজ কৰাটো স্বাভাৱিক কথা। মতামানুহ হল বুলি আৰু লাজ-কাজ নাইনে?

অনুপমৰ অনুপস্থিতিত সুৰঞ্জনাৰ মনটো বৰ উকঙা লাগে। কিয় জানো, বিয়াৰ দিনটো যিমানেই ওচৰ চাপি আহিছে, অনুপমলৈ সিমানে তাইৰ আগ্ৰহ বাঢ়ি আহিছে।



পিছে তাই বিশেষ চিন্তিত হবলগীয়া নহ'ল; কাৰণ বিয়ালৈ ঠিক এসপ্তাহ থাকোঁতে অনুপম এদিন আবেলি সিহঁতৰ ঘৰত উপস্থিত হ'লহি।

অনুপমৰ উপস্থিতিত ভিতৰি আপ্লুত হলেও এটা কথাত তাই অলপ আচৰিতো হ'ল। কাৰণ তাই লক্ষ্য কৰিলে: অইন দিনা সি আহিলেই চোতালৰ পৰা হুলস্থূল কৰি আহে; মাহীদেউ, অবনদা, তপন, জুনু আদিকৈ চিঞৰি চিঞৰি ভিতৰ পায়হি।

কিন্তু সেইদিনা সেইটো নহ'ল। বেছ গহীনভাৱে মাজৰ কোঠালী-লৈকে কাকো নমতা-নোবোলাকৈ সোমাই আহি হঠাৎ তাইৰ সতে ভেটাভেটি হ'ল।

তাইৰ মনত বিজুলী শিহৰণ খেলি গ'ল। লগে লগে কিবা এক লাজত ৰঙা-চঙা পৰি কিবা এটা সুধিব খুজিও সুধিব নোৱাৰি তাই সাউত্ কৰে বৌৱেকহঁতৰ কোঠালৈ সোমাই গ'ল। এনেতে তাইৰ কাণত পৰিল:

"মাহীদেউ!"

তাৰ মাত শুনি মাক ওলাই আহিল আৰু ঠিক আন দিনাৰ দৰেই স্নেহসিক্ত কোমল মাতেৰে আদৰণি জনালে: "অনুপম দেখোন! বহাঁ বোপাই, তাতে বহাঁচোন। আমি আৰু' বোলোঁ তুমি ছুটী লৈ গ'লাই নেকি ঘৰলৈ!"

কৈ কৈ মাক মাজৰ কোঠালীলৈ সোমাই অহা তাই সিটো কোঠাৰ পৰাই গম পালে।

এইবাৰ তাইৰ কাণত পৰিল অনুপমৰ মাত: "ঘৰলৈ দুই-এদিনৰ ভিতৰতে যাম। বাৰু মাহীদেউ, ইতিমধ্যে আমাৰ ঘৰৰ পৰা চিঠি-পত্ৰ পাইছে নেকি?"

"কালিনে পৰহি দেউতাৰাৰ পৰা এখন পাইছোঁ। তোমালোকৰ যা-যোগাৰ হেনো প্ৰায় হলেই। মাত্ৰ তুমি গৈ পালেই হয়।"

কেইমিনিটমানৰ নীৰৱতা।

তাৰ পিচত তাইৰ কাণত পৰিল: "হয় নেকি? বাৰু মহাদেউহঁত ঘৰত আছেনে নাই?"

"তেখেত নাই, তুমি অহাৰ আগে আগে কেনিবা ওলাই গৈছে।

অবন অফিচৰ পৰা পোৱাহিয়ে নাই। তপন আছে বোধ হয় পঢ়া কোঠাতে।"

সুৰঞ্জনাই ভাবিলেঃ অনুপমে হয়তো এতিয়াই তাইৰ খবৰ লব। সুধিবঃ "সুৰঞ্জনা একা? তেওঁ ক'ত আছে?" তাইক যদি মাতে কি হব বাৰু? ছিঃ! তাইক আজি নেমাতিলেই হয়।

কিন্তু তাৰ পৰিবৰ্তে সুৰঞ্জনাৰ এইবাৰ কাণত পাৰিলঃ "বাৰু মাহীদেউ, মই যাওঁ।"

"কেলেই? আহি থিতটো দিছাহিহে; যাবৰ হলেই নে? ৰবা বহাঁ, চাহ-তাহ এটোপা—"

"নেলাগে মাহীদেউ, সেইবোৰ একো নেলাগে।"

"ঔ আই! আজিনো তোমাৰ কি হ'ল? আহিয়ে যাবলৈ তত্ নাইকিয়া কৰিছা। এই জুনুজনীনো ক'লৈ গ'ল? ল'ৰাটোক মাত এবাৰ......"

"নেলাগে মাহীদেউ, মোৰ এঠাইত বিশেষ কাম আছে। মই উঠোঁ, কিন্তু আপোনালোকৰ ওচৰলৈ মই এটা বিশেষ কথা লৈহে আহিছিলোঁ।"

"কি কথা, কোৱাঁ আকৌ। যাবলৈহে দেখোন তত্ নাইকিয়া কৰিছা?"

তাইৰ বুকুখন ঢপ্‌ঢপাবলৈ ধৰিলে। কি কথা বা কয় অনুপমে!

অনুপমে কলে—"নেলাগে এতিয়া থক বাৰু; হয়তো তাৰপৰা আপোনালোকৰ অশান্তি হব। যদি প্ৰয়োজন বুলি ভাবোঁ, মহাদেউক লগ ধৰি ক'ম।"

"সেয়া, তুমি দেখোন উঠিলাই! কোৱাচোন কি কথা আছে? মোৰ আগত কলে নহব জানো?"

"থক মাহীদেউ, এতিয়া নকওঁ।"

"নহয় অনুপম, মোৰ মনটো কিবাখন লাগিছে; কোৱাচোন কি কথা আছে। আৰু তুমি এনেকৈ গুচি যোৱা বুলি গম পালে অবন আৰু মহাদেৱেৰাই মোক খং কৰিবহি।"

"নকৰে। মূঠৰ ওপৰত মই এতিয়া যাওঁ। মোৰ বিশেষ কাম আছে।"

এইবুলি যেনেদৰে আহিছিল তেনেদৰেই ওলাই গ'ল অনুপম।



একো বুজিব নোৱাৰি সুৰঞ্জনাৰ মাকে "অনুপম, শুনাচোন শুনা; কথা এটা শুনি যোৱাচোন!" বুলি পিচে পিচে আগবাঢ়ি গ'ল।

কিন্তু অনুপমে পিচলৈ ঘূৰিয়ে নেচালে। মুহূৰ্ততে সি গেটৰ মুখ পালেগৈ।

গভীৰ হতাশা আৰু বেজাবপূৰ্ণ দৃষ্টিৰে সুৰঞ্জনাৰ মাকে পৰ্টিক'ৰ খট্‌খটিৰ পৰা অনুপম যোৱাৰ ফালে চাই থাকিল। এনেতে বৌৱেকৰ কোঠাৰ পৰা ওলাই সুৰঞ্জনা মাকৰ কাষত থিয় হ'ল।

তাই এবাৰ সন্তৰ্পণে মাকৰ মুখলৈ চালে।

"কি হ'ল মা! আজি দেখোন তেওঁৰ আচৰণটো বৰ বেলেগ যেন দেখিলোঁ!"

ক্ষুণ্ণ মাতেৰে মাকে কলে—"জানো আই, মই একো ধৰিবই নোৱাৰিলোঁ।"

সুৰঞ্জনাই পুনৰ একো নুসুধিলে।

আচলতে অনুপমে আজি এটা উদ্দেশ্য লৈ আহিছিল। সি ভাবিছিল—পৰিস্থিতি পিচত যেনেকুৱাই নহওক, মূঠতে এই বিয়া নহব বুলি সি সুৰঞ্জনাহঁতক জনাই থৈ আহিব। তাৰ কাৰণে যদি সুৰঞ্জনাৰ বিষয়ে কিবা কবলগীয়া হয় তাকো সি কবলৈ কুণ্ঠা বোধ নকৰে।

কিন্তু সুৰঞ্জনাহঁতৰ ঘৰ পাই তাৰ মনৰ সেই কঠোৰতা নাইকিয়া হৈ গ'ল। সুৰঞ্জনাৰ মাকৰ আগত তাৰ মনৰ উদ্যম একেবাৰে নোহোৱা হৈ গ'ল। কি ক'ম বুলি আহিছিল সি যেন নিজেই পাহৰি গ'ল।

* * *

ৰাতি গোস্বামী অহাৰ পিচত সুৰঞ্জনাৰ মাকে অনুপমৰ আকস্মিক আগমনৰ কথা কৈ তাৰ দুৰ্বোধ্য, অভূতপূৰ্ব আচৰণৰ কথাও জনালে।

পত্নীৰ মুখৰপৰা সকলো শুনি গোস্বামীও কিছু চিন্তিত হ'ল।

বহুত ভাবি-চিন্তি তেওঁ ক'লে—"তেতিয়াহলে সি আমাক কিবা বেয়া পাইছে নেকি? কিন্তু কিহত বেয়া পাব? বেয়া পাবলগীয়া কথাতো একো হোৱা নাই।......অ' এটা কথা হব পাৰে দেই!"

"কি কথা?" পত্নীয়ে কিছু উদ্বিগ্নতাৰে সুধিলে।

গোস্বামীয়ে ক'লে, "মই এটা কথা ভাবি পাইছোঁ। সেইটো অৱশ্যে

হবও পাৰে, নহবও পাৰে। মানে মই অনুমান কৰিছোঁ—সি কিজানি এটা আশা লৈ আমাৰ ঘৰলৈ আহিছিল। মানে ধৰা—আজিকালি বহুত মানুহে ছোৱালী ঘৰৰ পৰা টকা-পইচাকে ধৰি বহুত কিবাকিবি বিচাৰে। সিও কিজানি……"

"মই হলে সেইটো নেভাবোঁ বুইছে। কাৰণ সি তেনেকুৱা ল'ৰা নহয়। তাৰ মনটো বৰ ডাঙৰ। তদুপৰি আপুনি কোৱামতে সিহঁতৰ ঘৰৰ অৱস্থাও আমাতকৈ ভাল। তেনেস্থলত—"

"ময়ো বুজিবলৈ টান পাইছোঁ কথাটো। কিন্তু আজিকালি মানুহৰ মনবোৰ বেলেগ হৈ গৈছে। আজিকালিৰ মানুহে টকা-পইচাতকৈ আত্মসন্মানটো বেছি ডাঙৰ বুলি নেভাবে। হয়তো তেনে মনোবৃত্তি অনুপমৰো নাই; কিন্তু তাক হয়তো ঘৰৰ পিনৰপৰা কিবা হেঁচা দিছে।"

"জানো, মই একো ধৰিব পৰা নাই। অৱশ্যে তাৰ মুখখন আন-কালতকৈ বহুত মলিন আৰু চিন্তিত যেন দেখিলোঁ। আন দিনাতো সি আহিয়ে তেনেকৈ গুচি নেযায়!"

"এৰা, কথাবোৰ বুজাত বৰ জটিল লাগিছে। বাৰু যি নহওক, যদি সেইটোৱে কথা হয় তেনেহলে সি নিশ্চয় আকৌ আহিব আৰু কথাটো ক'ব।"

"যদি কয় তেতিয়া কি কৰিব?"

"কি কৰিবা আৰু; নিজৰ সন্মানটোতো বচাব লাগিব! যি পাৰোঁ দিব লাগিব।"

কথাষাৰ কৈ গোস্বামী ঘৈণীয়েকৰ কাষৰপৰা আঁতৰি গ'ল আৰু বৰপুতেক অবনক কাষলৈ মাতি আনি কথাটো ভাঙি-পাতি ক'লে।

কথা শুনি অবনো স্তম্ভিত হোৱাদি হ'ল।

ভালেখিনি পৰৰ মূৰত অবনে ক'লে—"মই বাৰু অনুপমক লগ ধৰিম দেউতা! কাইলৈকে মই তাৰ তালৈ যাম।"

"আঁ যাবি," দেউতাকে গম্ভীৰ স্বৰে ক'লে—"কিন্তু কাজিয়া-পেঁচাল একো নকৰিবি। এই সময়ত কিবা এটা হব লাগিলে বৰ বিপদ হব।"

অবনে আশ্বাস দিলেঃ নাই, সি কাজিয়া নকৰে। কেৱল কথাটো ভালদৰে সুধিব। যদি প্ৰকৃততে কথা সেইটোৱে হয় অৰ্থাৎ সিহঁতৰপৰা কিবা যদি বিচাৰে তেন্তে পৰাপক্ষত সেয়া পূৰণ কৰিবলৈকে সি চেষ্টা কৰিব।



যেনে কথা তেনে কাম।

পিচদিনা পুৱা অফিচলৈ ওলোৱাৰ আগতেই অবনে অনুপমৰ কোৱাৰ্টাৰ পালেগৈ।

কিন্তু সেইখিনি পায়ে সি হতভম্ব হোৱাদি হ'ল। অনুপম ঘৰত নাই। ক'লৈ গ'ল?

পিয়নটোৱে কলে—"বাবুৰ বিয়া পাতিছে নহয়, সেইবাবে আজি ৰাতিপুৱাৰ গাড়ীত ঘৰলৈ গ'লগৈ। বস্তুও বহুত কিবাকিবি বজাৰ কৰি নিছে। বহকহি বাবু।"

"নেলাগে, এতিয়া নবহোঁ," পৰ্টিক'ৰ দুৱাৰ-মুখৰপৰা অবনে সুধিলে, "বাৰু তেওঁ ছুটী কিমান দিনৰ লৈছে তুমি জানানে?"

পিয়নটোৱে উত্তৰ দিলে—"মই ঠিক নেজানো বাবু! তেখেতক সোধোতে মাত্ৰ কৈছিল—প্ৰায় এমাহ।"

"হয় নেকি? বাৰু মই আহোঁ দেই!"

এটা আউল-লগা, বিষাদগ্ৰস্ত মন লৈ অবন গুচি আহিল।

তাৰ মুখৰপৰা অনুপম ৰাতিপুৱাৰ গাড়ীতে গুচি যোৱা কথাটো শুনি সকলোৱে আশ্চৰ্য্য প্ৰকাশ কৰিলেও, পিয়নটোৱে কোৱা বাকীখিনি কথা শুনাৰ পিচত তেওঁলোক কিছু পৰিমাণে আশ্বস্ত হ'ল।

সকলোৱে বিবেচনা কৰি শেহান্তৰত পালেগৈ যে সেই বিষয়ে ভাবিবলগীয়া একো নাই। হয়তো সি হঠাতে গুচি যোৱাৰ কাৰণ এইটোৱেইঃ তাক ঘৰৰ পিনৰপৰা সি ভাল নোপোৱা কাম এটাত আগবাঢ়িবলৈ জোৰ কৰিছিল; কিন্তু সি নিজৰ সন্মান হেৰুওৱাৰ ভয়ত সেই কামত পিচ হুহঁকিলে আৰু নিজৰ মনৰ ভাব বুজাই কবলৈকে এনেকৈ হঠাৎ গুচি গ'লগৈ।

কথাটো অনুমান কৰিব পাৰি গোস্বামীহঁতৰ মনবোৰ কিছু ফৰকাল ফৰকাল লাগিল।

## ষোল

নাই, দিন বুলিবলৈ আৰু নায়েই ; আজি আৰু কাইলৈ—মাজতে এই দুটা দিনেই মাত্ৰ বাকী। তাৰ পিচতে জোৰোণ। জোৰোণৰ পিচদিনাই বিয়া।

গতিকে কইনাঘৰত ব্যস্ততাৰ শেষ নাই।

ঘৰৰ আগচোতাল-পিচচোতাল দুয়োফালে ৰভা সজা, মানুহ নিমন্ত্ৰণ কৰা, লুচি-মিঠাই আদি কৰিবৰ কাৰণে ঠাই ঠিক কৰা, বজাৰ-সমাৰ কৰা, অ'লৈ যোৱা ত'লৈ যোৱা, ইটো অনা সিটো অনা—আদি হুলস্থূলেৰে এটা উছৱমুখৰ পৰিবেশ ইতমধ্যেই আৰম্ভ হৈ গৈছে।

বিয়াঘৰীয়াক মাত লগাবলৈ অহা ওচৰ-চুবুৰীয়া মানুহৰ মুখত গুপুত আলোচনা ঃ

"জানো দেও, বয়বস্তুৰ এই মহাসংকটৰ দিনতো কেনেকৈ ইমান ধুমধামকৈ বিয়া পাতিব পাৰিছে জানো ভগবানেহে জানে! শুনিছোঁ বোলে মানুহো বহুত মাতিছে। যৌতুকৰ বস্তুবোৰো বেছ মূল্যবান।"

"এৰা, ল'ৰাটোও বৰ ভাল পালে। ঘৰৰ অৱস্থা বোলে একেবাৰে নদন-বদন। ইপিনে তাৰো চাকৰিটো ভাল। দৰমহাও ঢেৰ ; বাহিৰা পইচাও আছে। আমাৰবোৰৰ ভাগ্যতহে একোডাল নাই!"

"তাকেহে কৈছোঁ, গোস্বামীয়ে আগৰ দুটা জোঁৱায়ো বেছ ভাল পালে। এটাৰ গাড়ীও আছে। এইবো এয়া। মূঠতে যাৰ ভাল সৰ্বকালেই ভাল।"

এনেবোৰ মুখৰোচক আলোচনা অৱশ্যে তিৰোতা মহলৰ ভিতৰত হে বেছি শুনা যায়। মতা মানুহে এনেবোৰ কথালৈ বোধহয় মূৰ নঘমায়।

যি নহওক, ইমুখ-সিমুখকৈ বিয়াৰ আয়োজন-পাতিৰ কথাই বলীনৰো কাণ পৰশিলেগৈ। তেওঁৰ অন্তৰৰ জ্বলা জুইত যেন ঘিউহে পৰিল। কোনেও নুশুনাকৈ তেওঁ ক'লে—ৰাৰু দেখা যাব কাৰ ভাগ্যত কি আছে!



বলীনে নিজকে তেনেকৈ কোৱাৰ কাৰণ আছে।

অৱশ্যে সি অত্যন্ত গোপনীয় আৰু ভয়-লগাকৈ নিদাৰুণ।

কথাটো অলপ আঁহ ফালি কোৱা ভাল হব নেকি!

অনুপমৰ কোৱাৰ্টাৰৰ পৰা সেইদিনা কোব খোৱা সাপৰ দৰে খঙে-বিষে জৰ্জৰিত হৈ ওলাই অহাৰ পিচত অনুপমক এশেকা দিবৰ মনেৰে বলীনে এটা উপায় চিন্তিলে।

শেহত তেওঁ এটা উপায় পালে আৰু সেইমতেই কামত অগ্ৰসৰ হ'ল।

বলীনে তেওঁৰ পৰিচিত আৰু তেওঁৰ অধীনত কাম কৰা ছয়-সাত-জনমান সাহসী আৰু স্বাস্থ্যবান ডেকাল'ৰাক টকা-পইচাৰে প্ৰলোভন দেখুৱাই একগোট কৰি ললে ; আৰু সিহঁতক কলে—গোস্বামীৰ জীয়েকৰ বিয়াৰ দিনা ৰাতি সিহঁত আটাইকেউটা তেওঁৰ ঘৰৰ ওচৰৰ সেই এল-পি স্কুলখনৰ ওচৰত সমবেত হব লাগিব। কাৰণ, স্কুলঘৰটোৰ বাহিৰে সেইখিনিত মানুহৰ ঘৰ তেনেকৈ নাই। গতিকে গণ্ডগোল হলেও বেছি হুলস্থুল হোৱাৰ ভয় নাই।

সিহঁত এন্ধাৰতে খাপ লৈ থাকিব বৰযাত্ৰীৰ কাৰণে।

বৰযাত্ৰীৰ মটৰ যেতিয়া সেইখিনি অৰ্থাৎ স্কুলঘৰটোৰ ওচৰ পাবহি তেতিয়া সিহঁতে আগভেটি ধৰি মটৰ ৰখাব আৰু যিখন মটৰত দৰা আহিব সেই মটৰখন আগচি ধৰি দৰাক কেইটামান প্ৰশ্ন সুধিব। কি কি প্ৰশ্ন সুধিব লাগিব, বলীনে সিহঁতক ভালদৰে শিকাই থ'লে।

দৰাই যদি প্ৰশ্ন কেইটাৰ যথাযথ উত্তৰ দিব পাৰে তেন্তে ভালেই কিন্তু যদি দিব নোৱাৰে আৰু দিবলৈ অস্বীকাৰ কৰে কিম্বা খং প্ৰয়োগ কৰে তেন্তে সিহঁতে লগে লগে দৰাক আক্ৰমণ কৰিব। আক্ৰমণৰ কাৰণে হাতত যি অস্ত্ৰ-শস্ত্ৰৰ দৰকাৰ সেয়া সম্পূৰ্ণ প্ৰস্তুত থাকিব।

অৱশ্যে সিহঁতৰ প্ৰকৃত উদ্দেশ্য দৰাক বা দৰাযাত্ৰীক আক্ৰমণ কৰি মাৰ-পিট কৰা নহয় ; ঘাই উদ্দেশ্য হব দৰাক অপমান কৰাহে।

যদি তাৰ পৰা পৰিস্থিতিয়ে অন্য কিবা ৰূপ লয় অৰ্থাৎ হাতৰ অস্ত্ৰ-শস্ত্ৰ প্ৰয়োগ কৰিবলৈ বাধ্য কৰায় তেতিয়াহলে তাকো কৰিব লাগিব।

মূঠৰ ওপৰত শুভ-কাম এটালৈ ওলাই আহি দৰাৰ যাতে এটা অবাঞ্ছনীয় পৰিস্থিতিত পৰি অযথা বিলম্ব হয় আৰু সিহঁতৰ আকস্মিক

আক্রমণৰ দ্বাৰা, অসন্মানজনক আচৰণৰ দ্বাৰা মনৰ ধৈৰ্য্যচ্যুতি ঘটে, তাৰ প্ৰতি সিহঁত সম্পূৰ্ণৰূপে সচেষ্ট হব লাগিব।

ভয় নাই, সিহঁত সেই কামত যাতে সফল হব পাৰে তাৰ কাৰণে তেওঁ অদৃশ্যভাবে সকলো কৰি থাকিব। মাত্ৰ সিহঁত প্ৰত্যক্ষ পৰিস্থিতিৰ সন্মুখীন হব পৰাটোৰেই যাই কথা।

উদ্ধত স্বভাৱৰ ডেকাহঁতৰ মনৰ দুঃসাহস যাতে অটুট থাকে তাৰ কাৰণেও বলীনে আৱশ্যকীয় ব্যৱস্থা হাতত ললে। সিহঁতক মদ আদি খাবৰ কাৰণে তেওঁ আগতীয়াকৈ কিছু টকা-পইচাও দি থ'লে।

খোৰাকী পাই ল'ৰাহঁতৰ মন খুচি হৈ গ'ল।

সিহঁতে একেমুখে কৈ উঠিলঃ "আপুনি একো চিন্তা নকৰিব; আমি সুন্দৰভাৱে কাম চলাই যাম। দৰকাৰ হলে দুটামানক হস্পিতাল পঁহুচাই দিম।"

বলীনে ক'লে—"নাই, নাই, সেইটো ঘপকৈ কৰি নেপেলাবা। যদি পৰিস্থিতিয়ে বাধ্য কৰায় তেতিয়াহে সেইটো হব। তাৰ আগতে অস্ত্ৰ নুতুলিবা।"

ল'ৰাহঁতে অভয় দিলেঃ ঠিক আছে, সেয়ে হব।

ইপিনে অনন্তও এনেয়ে বহি থকা নাছিল।

ডাঁৱৰ বাতৰি ডাঁৱে পাই থাকি সিও নিজৰ প্ৰতিহিংসা চৰিতাৰ্থ কৰিবলৈ তলে তলে উঠি-পৰি লাগিছিল।

অৱশ্যে বলীনৰ দৰে সি কাৰো সহায় লৈ দল গঠন কৰা নাছিল। আৰু তাৰ উদ্দেশ্য সিদ্ধিৰ বাটত তেনে পন্থা লোৱাৰ প্ৰয়োজনো হোৱা নাছিল। উদ্দেশ্য কিন্তু দুয়োৰে একেই—যেনে তেনে বিয়াখনত এটা বিঘিনি সৃষ্টি কৰা; এটা অমঙ্গলীয়া বাতাবৰণ সৃষ্টি কৰা।

বলীনৰ উদ্দেশ্য হ'ল—শুভকৰ্মত বিঘিনি জন্মাই অনুপমক পাৰ্য্যমানে অপদস্থ কৰা আৰু তাৰ লগে লগে মানুহৰ আগত তাৰ চৰিত্ৰৰ স্বৰূপ উদঙাই দি দহজনৰ আগত তাক হাঁহিয়াতৰ, গৰিহণাৰ পাত্ৰ কৰা।

অনন্তৰ উদ্দেশ্য—যিজনী সুৰঞ্জনাই তাক গোটেই জীৱন কঠোৰ অৱজ্ঞা আৰু ঘৃণাৰ চকুৰে চাই গ'ল, অথচ তাইৰ মুখৰ এষাৰ মৰমসনা মাতৰ কাৰণেই, অন্তৰৰ এধানিমান সঁচা মৰমৰ কাৰণেই সি ব্যাকুল-



ভাৱে গোটেই জীৱন তাইৰ পিচে পিচে ফুৰিলে, সেইজনী সুৰঞ্জনাই অনুপমৰ দৰে এটা শিক্ষিত, সুদৰ্শন আৰু সন্মানীয় চাকৰি কৰা ডেকাৰ লগত সুখেৰে দিন কটাবগৈ, সেইটো তাৰ কাৰণে অতি অসহনীয় কথা। অৱশ্যে বিধিৰ লিখনক কোনেও খণ্ডাব নোৱাৰে। সঁচাকৈয়ে যদি অনুপমৰ দৰে এটা ঈৰ্ষনীয় ল'ৰাক তাই স্বামীৰূপে, অন্তৰৰ দেৱতাৰূপে পাবলগীয়া আছে তেন্তে পাবই। কিন্তু অনুপমৰ প্ৰতিদ্বন্দ্বীৰূপে, শত্ৰুৰূপে আৰু তাইৰ ব্যৰ্থ-প্ৰেমিকৰূপে এই ক্ষেত্ৰত তাৰো এটা কৰ্তব্য আছে।

ভাগ্যৰ এই চৰম সন্ধিক্ষণত সি নিষ্কৰ্মা হৈ পঙ্গুৰ দৰে, কাপুৰুষৰ দৰে হাত সাৰটি, নিৰাশাৰ চকুলোৰে দুগাল তিয়াই বহি থকাটো কোনোমতেই সমীচীন নহব।

সম্পূৰ্ণৰূপে সফল হওক-নহওক, তথাপি সি এবাৰ চেষ্টা কৰি চাব এই শুভকাৰ্য্যত বিঘিনি জন্মাবলৈ। তাৰ এধানিমান মানসিক শ্ৰমৰ বলতেই যদি এটা অভাৱনীয়, অকল্পনীয় ঘটনা ঘটি যায়, এটা সাময়িক হুলস্থুল আৰম্ভ হৈ যায় তেন্তে তাৰ বাবে সেয়ে বহুত; সেয়ে তাৰ আনন্দ।

তাতকৈ বেছি আনন্দ, বেছি আত্মতৃপ্তি তাক নেলাগে।

অনন্তই গোপনে এটা বুদ্ধি আলচিলেঃ জোৰোণৰ দিনা ৰাতিপুৱাই পোৱাকৈ সি অনুপমহঁতৰ ঘৰলৈ এটা তাঁৰ-বাৰ্তা পঠোৱাৰ সিদ্ধান্ত ল'লে।

তাঁৰ-বাৰ্তাটোত তাৰ নাম নেথাকে, থাকিব অৱন বা তপনৰ নাম। তেতিয়াহলে সি বিপদত পৰাৰ কোনো ভয় নেথাকে।

## সোতৰ

বাতিপুৱাৰ পৰাই ঘৰখনত হুলস্থূল।

গোস্বামীয়ে চিঞৰিছে ঃ "হেৰ' ল'ৰাহঁত, তহঁতে কথা পাতি, গল্প মাৰিয়ে সময়বোৰ নষ্ট কৰিছ কেলেই? কামত লাগি যাইঁকচোন! ক্লাবৰপৰা চকী-মেজবোৰ আনিবলৈ আছে, গাড়ী এখন বন্দবস্ত কৰি কোনোবা এটাই লৈ আহগৈ। মানুহ-দুনুহ আহিলে ৰভাতলতে বহিব পাৰিব।"…

"হেৰ তপন, ককায়েৰ ক'লৈ গ'ল অ', তাক মাতচোন; ফাৰ্ণিচাৰখিনি হ'লনে নাই খবৰ এটা লৈ আহিব লাগিছিল।"…

"হয়নে অবন, ফাৰ্ণিচাৰখিনিৰ খবৰ লৈছিলি?…সিহঁতক একেবাৰে ঘৰত পঁহুচাই দি যাবলৈ কৈ আহিছনে?…আৰু হেৰি নহয়, লিষ্টৰ মানুহ সকলোবোৰকে নিমন্ত্ৰণ কৰা হ'লনে? চাবি আৰু' পিচত হব বুলি থৈ দিওঁতে ওচৰৰ মানুহকে মাতিবলৈ ৰৈ যাব। বহুতৰ বিয়াত তেনেকুৱা হয়।"…

"সেইটো কোন অ'? অৰুণ নহয় জানো? তই কেনি যাব?… হেৰি নহয়, তোৰ দেউতাৰহঁত কোনদিনা পাবহি বুলিছিলি? আজি? এৰা, তোৰ দেউতাৰে মোক কেতিয়াও এৰিব নোৱাৰে। আগৰ কেইখন বিয়ালৈকো আহিছিল সি।"…

"হেৰা অবনৰ মাক, জোৰোণ দিয়া মানুহ চাৰে এঘাৰ বাৰমান বজাতে পাবহি কিজানি। জোৰোণ দিয়াৰ সময় বাৰ বজাৰ পৰা দুই বজালৈকেহে আছে। সেইখিনিয়ে শুভ সময়। তোমালোক ৰেডী হৈ থাকিবাহঁক যাতে জোৰোণ-যাত্ৰী আহি পালে হৈ-চৈ নেলাগে।…আৰু জুনু ক'ত আছে, বৰকৈ মন-চন মাৰি থাকিবলৈ নিদিবাচোন আজি। তাইৰ ওচৰত সমনীয়া ছোৱালী দুজনীমান থাকিবলৈ দিয়া।"

আৰু যে কিমান কথা, কিমান হুলস্থূল!

অৱশ্যে হুলস্থূল নহলে বিয়াঘৰত বিয়াঘৰ যেন নেলাগে।



ল'ৰা-ছোৱালীৰ হাই-উৰুমি, ডেকা-গাভৰুৰ হাঁহি-খিকিন্দালি, বয়সীয়াল লোকৰ চিঞৰ-বাখৰ, এইবোৰেই বিয়াঘৰৰ স্বাভাৱিক মাধুৰ্য্য।

কইনাঘৰত এই মাধুৰ্য্য বেছি উপভোগ কৰিবলগীয়া।

গোস্বামীৰ বৰ জোঁৱায়েক ইন্দ্ৰনাথ ডিব্ৰুগড়ত সপৰিয়ালে থাকে। সৰু জোঁৱায়েক অৰ্থাৎ অঞ্জনাৰ গিৰিয়েক থাকে শ্বিলঙত। তেওঁলোক দুয়ো সপৰিয়ালে কালি পাইছেহি।

আন আন মিতিৰ-কুটুম, বংশ-পৰিয়ালৰ মানুহো কালি-পৰহিৰে পৰা আহিবলৈ ধৰিছে। গোস্বামীয়ে যে অৰুণ বুলি মাতিছিল সেই ল'ৰাটোক সি গোস্বামীৰ এজন নলে-গলে লগা বন্ধুৰ ল'ৰা। নগাঁৱত ঘৰ। গোস্বামীহঁতৰ ঘৰৰ প্ৰত্যেকখন বিয়ালৈকে তেওঁ আহিছে। এইখন বিয়ালৈও অহাৰ কথা। বন্ধুৰ জীয়েকৰ বিয়া কাৰণে বিয়াত খাতিবলৈ অৰুণক আগতে পঠিয়াই দিছে।

তেনেকুৱা বন্ধু-বান্ধৱ আৰু বহুত আছে গোস্বামীৰ। সবকে বিয়ালৈ চিঠি দি মতা হৈছে। হয়তো আজি-কালিতে আহিব কোনোবা কোনোবা।

দুপৰীয়া বাৰ বজাৰ পৰা দুই বাজি পোন্ধৰ মিনিট যোৱালৈকে জোৰোণ পিন্ধোৱাৰ শুভ সময়।

দূৰ বাট যেতিয়া জোৰোণ-যাত্ৰী হয়তো বাৰ বজাৰ আগে আগেই পাবহি। ইয়াৰ ভিতৰতে সকলো ঠিক হৈ থাকিব লাগিব।

পৰহিনে চৌথাদিনা হব পায়, অনুপমৰ দেউতাকে গোস্বামীলৈ এখন চিঠি দি জনাইছে ঃ "জোৰোণ দিয়া মানুহ ইয়াৰ পৰা দহ-বাৰ জনমান যাব হবলা। অৱশ্যে তাৰ ভিতৰত তিৰোতা মানুহো থাকিব। জোৰোণ-যাত্ৰী ঠিক সময়তে যাত্ৰা কৰিব, যাতে নিৰ্দিষ্ট শুভ সময়ৰ ভিতৰতে কাম সমাধা কৰি ঘূৰি আহিব পাৰে।"

সময় যাবলৈ ধৰিলে।

এঘাৰৰ পৰা বাৰ বাজিল। জোৰোণ চাবলৈ হেঁপাহ কৰা চুবুৰীৰ কেবা গৰাকীও তিৰোতা গোট খালেহি। তেওঁলোকক পিচপিনৰ ৰভাতলীতে ঢাৰি-পাতি পাৰি বহিবলৈ দিয়া হৈছে। বিয়া-ঘৰ উথপ-থপ লাগিল।

সৰু ল'ৰা-ছোৱালীবোৰেও জোৰোণ-যাত্ৰী আহিছেনে নাই চাবলৈ পদূলিমুখলৈ দৌৰা-ঢপৰা কৰিবলৈ ধৰিলে।

চাওঁতে চাওঁতে চাৰে বাৰ হ'ল। এক বাজিল!

সকলোৰে ভাত-পানী খাই ইতিমধ্যে আজৰি হ'ল।

সিমানতো জোৰোণৰ গাড়ী আহি নোপোৱাত সকলোৰে উচ্পিচ্ লাগিল। গোস্বামীহঁতে ভাবিলেঃ ক'ৰবাত কিবা বিপদ-আপদেই হৈছে নেকি আকৌ! যিহে দিন আজিকালি। গাড়ী-মটৰৰ উৎপাত খুব বাঢ়িছে।

ডেৰ বাজিল। দুয়ো বাজোঁ বাজোঁ হ'ল!

তথাপি জোৰোণ-যাত্ৰীৰ দেখাদেখি নঘটাত সকলোৰে মুখ শুকাই আহিবলৈ ধৰিলে; কইনাৰ মাক-দেউতাক, ককায়েক-ভায়েক, সকলোৰে মুখত প্ৰবল উৎকণ্ঠাই ৰেখাপাত কৰিলে। নানাৰকমৰ বেয়া ভাববোৰ আহিবলৈ ধৰিলে মনলৈ। "কি হ'ল, কিয় নেপালেহি" বুলি আনবোৰেও উচপিচাবলৈ ধৰিলে।

দুই বাজি গ'ল। আঢ়ৈ বাজোঁ বাজোঁ!

সিমানতো কাৰো দেখাদেখি নোহোৱাত আটাইতকৈ বেছি চিন্তিত হ'ল গোস্বামী। অনেক দুশ্চিন্তাই তেওঁৰ মনত খলক লগাবলৈ ধৰিলে।

প্ৰায় অধৈৰ্য্যভাৱেই তেওঁ বৰপুতেকক ক'লে—"হেৰ' অবন, আচল সময় দেখোন পাৰ হৈ গ'ল। বাৰটাৰ আগতেই আহি পোৱাৰ কথা, অথচ এই আঢ়ৈ বজালৈকে কোনো খবৰেই নাই! কি হ'ল? বাটত কিবা বিপদ-বিঘিনিয়েই হৈছে নেকি!!"

দেউতাকৰ মানসিক অস্থিৰতা কিছু লাঘৱ কৰিবৰ চেষ্টাৰে অবনে কলে—"নহয় দেউতা, অইন বিপদ হয়তো একো হোৱা নাই; মোৰ বোধেৰে তেওঁলোকে যাত্ৰাতেই চাগৈ দেৰী কৰিছে। নহলে বাটত মটৰ-চটৰো বেয়া হব পাৰে!"

"জানো, মই একো বুজিবই পৰা নই। বেয়া মটৰ লৈনো কিয় আহিব শুভ কাম এটালৈ? নহয় বুইছ, মোৰ মনটো অলপ চেবাইছে। অইন কিবা বিঘিনি হোৱা যেনহে লাগিছে মোৰ।"

কইনাৰ মাকেও একে উদ্বেগকে প্ৰকাশ কৰিলেঃ "মোৰো তেনেকুৱাহে কিবা এটা হোৱা যেন লাগিছে। নহলে নিজেই সময় ধৰি



দি ঠিক সময়ত নোলাবহি কিয়? বোধহয় গাড়ী-মটৰেই কিবা বেয়া হৈ বাটত ৰৈ আছে।"

দূৰৰপৰা অহা কইনা-ঘৰীয়া পুৰোহিত আৰু কইনাৰ মোমায়েক-দদায়েকহঁতেও একে উদ্বিগ্নতাকে প্ৰকাশ কৰিলে।

এনে এটা অপ্ৰত্যাশিত, অভাৱনীয় পৰিস্থিতিত পৰি অবনো বিমূঢ় হোৱাদি হ'ল।

এনে সময়তে বৰ-জোঁৱায়েক ইন্দ্ৰনাথে মাত লগালেঃ "মোৰ মতে আমি ইয়াত এইদৰে খপ্‌জপাই থাকি একো লাভ নাই। মোৰো ভাব হৈছে, তেওঁলোকৰ গাড়ী-চাড়ী বেয়া হৈ আদ্‌বাটতে ক'ৰবাত ৰৈ আছে চাগৈ। গতিকে আমাৰ ইয়াৰ পৰা কোনোবা এজন বা দুজন আগবাঢ়ি যোৱা ভাল হব। লাগিলে গাড়ীখন লৈ ময়ে যাওঁ।"

সৰু-জোঁৱায়েক পবনো ওচৰতে আছিল।

তেওঁ মাত লগালেঃ "আপুনি সুন্দৰ কথা কৈছে; ময়ো তাকেই ভাবোঁ। ব'লক, আপোনাৰ গাড়ীখন আছে যেতিয়া আমি দুজনেই যাওঁ।"

দুয়োটা জোঁৱায়েকৰ মত একে হোৱাত আৰু পৰিস্থিতিৰ গুৰুত্ব বুজি সময়োচিত কৰ্তব্য কৰিবলৈ ওলোৱাত গোস্বামী আৰু অবনহঁতে ভালেই পালে। আটায়ে সন্মতি দিলে তাকে কৰিবলৈ।

তেওঁলোক যাবলৈ ওলোৱাত অবনৰ এটা কথা মনত খেলালে। দুয়ো ভনী-জোঁৱায়েকক উদ্দেশ্য কৰি তেওঁ সুধিলে—"পিছে এটা কথা নহয়, আগবাঢ়ি যাবলৈ ওলাইছে হয়, যদি তেওঁলোকক ক'তো লগ নেপায়? তেতিয়া কি কৰিব? একেবাৰে দৰাৰ ঘৰ পাবগৈনে?"

ইন্দ্ৰনাথে ক'লে—"অঁ, দৰকাৰ হলে যাম। আদ্‌বাটৰ পৰা ঘূৰি অহাৰ পৰাতো একো লাভ নাই।"

তেওঁলোক আৰু নৰ'ল। ততাতৈয়াকৈ কাপোৰ-কানি পিন্ধি দুয়ো জোঁৱায়েক মটৰত উঠিলগৈ।

তেতিয়া তেওঁলোকৰ হাতৰ ঘড়ীত তিনি বাজি দহ মিনিট।

খন্তেকতে বিয়াঘৰৰ উত্তপ্ততা শাম কাটি গ'ল। এটা নিৰানন্দ, সেমেকা পৰিবেশে ঘৰখনৰ সকলো উচ্ছলতা চেঁচা পেলাই দিলে। সকলোৰে মুখবোৰ চিন্তিত, বিষাদগ্ৰস্ত হৈ পৰিল।

ঘটনা দেখি জোৰোণ চাবলৈ অহা চুবুৰীৰ মানুহবোৰো এজনী-দুজনীকৈ ঘৰমুৱা হ'ল। যাওঁতে কইনাৰ মাকক মাত লগাই গ'ল—জোৰোণ অহা গম পালে তেওঁলোক আকৌ আহিব।

পৰিস্থিতিৰ অভাৱনীয়তাই গোস্বামীক বেছি পীড়ন কৰিবলৈ ধৰিলে। মূৰটো গধুৰ লগাত তেওঁ কাকো মাত-বোল নকৰি চকী এখনত বহি পৰিল।......এবা, ভুল তেওঁৰেই হ'ল। ইমান খৰ্‌ধৰকৈ কামটোত আগ নবঢ়া হলেই ভাল আছিল। অবনহঁতেও কিমান আপত্তি কৰিছিল!

আৰু অবন! অস্থিৰভাৱে তেওঁ এবাৰ বহিছে, এবাৰ থিয় হৈছে, এবাৰ বাহিৰ ওলাই বাটলৈ চাইছে, আনবাৰ ভিতৰলৈ গৈ কাৰোবাক এবাৰ কিবা কৈছে।

মাকৰো একেই অৱস্থা। কথা পাতি, কাম কৰি ক'তো শান্তি নেপাই তেওঁ এবাৰ বিছনাত পৰিছেগৈ, এবাৰ সুৰঞ্জনাৰ ওচৰলৈ গৈ তাইক কিবাকিবি বুজনি দিছেগৈ।

বেচেৰী সুৰঞ্জনাজনী!

তাইৰ কি হৈছে তাই যেন নিজেই ক'ব নোৱাৰে। দুঘণ্টাৰ আগলৈকে যিজনী ছোৱালীয়ে হেজাৰ শোকৰ মাজতো হাঁহি মাতি সমনীয়া ছোৱালীৰ লগত কথা পাতি আছিল, সমনীয়াহঁতৰ মৃদু ঠাট্টা-মস্কৰা পেটে পেটে উপভোগ কৰিছিল, দৰাঘৰীয়া অলঙ্কাৰ-পাতি পিন্ধি ৰভাতলীয়া সমাজত বহি নামৰ জাউৰিত নিজক হেৰুৱাই পেলোৱাৰ লাজ-ভয়-শোক-আনন্দৰ সপোনত তন্ময় হৈ আছিল, সেইজনী ছোৱালীয়েই এতিয়া কান্দি-কাটি অস্থিৰ। লগৰ ছোৱালীহঁতে, বায়েকহঁতে কিমান বুজাইছে, কিমান সান্ত্বনা দিছে, বুজনি দিছে, তথাপি তাইক প্ৰকৃতিস্থ কৰিব পৰা নাই।

আৰু কৰিব কেনেকৈ? এনেকুৱা হোৱা জানো আগে-পাচে তাই কেতিয়াবা শুনিছে? দুজনীকৈ বায়েকৰ বিয়া হৈ গ'ল, আৰু কত সমনীয়া ছোৱালীৰ বিয়া হৈ গ'ল তাইৰ চকুৰ আগতে; কাৰো বিয়াত এনেকুৱা হবলৈ নেপালে; কেৱল তাইৰ বিয়াতহে এনেকুৱা হব লাগেনে?

সময়বোৰ গৈ আছিল।

তিনিৰপৰা চাৰি, চাৰিৰপৰা পাঁচ বাজিল। সন্ধ্যা লাগোঁ লাগোঁ



হ'ল। তেতিয়ালৈকে কাৰো খবৰেই নাই। আমো নাই, ফৰ্ম্ঠিও নাই।

এক অভাৱনীয় নিৰানন্দই, বিষাদক্লিষ্টতাই, দুশ্চিন্তাই ঘৰখন যেন গ্ৰাসি ধৰিছে। কাৰো মুখত হাঁহি নাই, বেছি কথা নাই, উত্তম নাই। যেন এইখন বিয়াঘৰ নহয়; ইয়াত কাৰোবাৰ টান নৰীয়া হৈছে। একেবাৰে যোৱা-থোৱা অৱস্থা। ডাক্তৰে মানুহবোৰক বেছি কথা-বতৰা পাতিবলৈ দিয়া নাই—ৰোগীয়ে আমনি পায় বুলি।

কিন্তু ঘটনাটো হ'ল কি বাৰু? মানুহ আহিব নোৱাৰিলে নাই, কিবা এটা খবৰ তো পঠিয়াব লাগিছিল। ইন্দ্ৰনাথহঁতৰো দেখাদেখি নাই এই সন্ধ্যা পৰলৈকে। তেনেহলে সিহঁতে বাটত কাকো লগ পোৱাগৈ নাই নেকি? নে সিহঁত একেবাৰে দৰাঘৰ পালেগৈ?

গোস্বামী আৰু অবনৰ ওষ্ঠ-কণ্ঠ শুকাই গৈছে।

কইনা আৰু কইনাৰ মাক দুয়ো দুখন বিছনাত। কইনাৰ মাকৰ বিছনাৰ কাষত কেবা গৰাকীও তিৰোতা। তেওঁলোকৰ চকুবোৰ চলচলীয়া, মুখবোৰ করুণ!

তথাপি নিজৰ নিজৰ অৱস্থা ঢাকি ৰাখি তেওঁলোকে কইনাৰ মাকক নানাভাৱে প্ৰবোধ দিবলৈ চেষ্টা চলাইছে।

কইনাৰ বিছনাৰ কাষতো এজাক ছোৱালী। তাৰ ভিতৰত কইনাৰ বায়েক অঞ্জনা আৰু ৰঞ্জনাও আছে। করুণ, ঢুলঢুলীয়া চকু-মুখেৰে কইনাক মাজে মাজে দুই-এষাৰ সান্ত্বনাসূচক কথা কৈ তেওঁলোকে আকাশ-পাতাল ভাবিছে। হায় হায়! দৰাঘৰত যদি কিবা এটা অথন্তৰ ঘটিছে তেন্তে এই ছোৱালীজনীৰ কি গতি হব? ইমান আনন্দৰ মাজত এই বিষাদ দি ভগবানে বাৰু কি ৰং চাইছে?

ৰাতিপুৱাৰপৰা লৰা-ঢপৰা কৰি হুলস্থূল লগাই থকা ল'ৰা-ছোৱালী-বোৰেও পৰিস্থিতিৰ প্ৰতিকূলতাত আত্মসমৰ্পণ কৰি আমন-জিমনকৈ ফুৰিছে। সিহঁতেও বোধহয় জানিছে বিয়াঘৰৰ স্বাভাৱিক আনন্দ-উছৱত মতলীয়া হৈ লৰি-ঢাপৰি ফুৰাৰ স্বাধীনতা সিহঁতৰ আৰু নাই—সেই স্বাধীনতাৰপৰা সিহঁতক নিষ্ঠুৰভাৱে বঞ্চিত কৰিছে।

চাওঁতে চাওঁতে সন্ধ্যা লাগিলেই।

এফালৰপৰা পোহৰবোৰ গিলি গিলি এন্ধাৰবোৰ ধীৰে ধীৰে ঘৰখ

ভিতৰলৈ সোমাই আহিল। ঘৰৰ চুকে-কোণে সোমাই থকা মহবোৰ ওলাই আহি সন্ধিয়াৰ আৰতি আৰম্ভ কৰি দিলে।

কেইটামান ডেকাল'ৰাই আগফালৰ ৰভাতলত বহি তাচ খেলিছিল। নেখেলি কৰিব কি? সিহঁতৰ যে কোনো কামকে কৰিবলৈ ইচ্ছা নোহোৱা হৈছে। আৰু বিয়াই বা হবগৈ নে নহবগৈ কোনে জানে?

তাচ খেলি থকা ল'ৰাহঁতৰ কাষত বহি থকা এটা ল'ৰাই মাত লগালেঃ "ঐ তহঁতক পোহৰ নেলাগে নেকি? এন্ধাৰে-মুন্ধাৰে কি খেলিছ? ৰবি মই লাইটবোৰ জ্বলাই দিবলৈ কওঁ। মেইন ছুইচ্ ঘৰৰ ভিতৰতহে আছে।"

এইবুলি ৰভাতলৰপৰা সি তপনক চিঞৰিবলৈ ধৰিলে—"এই তপন, ৰভাতলৰ লাইটবোৰ জ্বলাই দেচোন। ক'তা, ঘৰৰ ভিতৰৰ লাইটো দেখোন জ্বলা নাই?"

কথাষাৰ তপনে শুনিলেনে নাই ধৰিব পৰা নগ'ল; কাৰণ তাৰপৰা কোনো সঁহাৰি পোৱা নগ'ল। তাৰ পৰিবৰ্তে মাত শুনা গ'ল অবনৰ। তেওঁ অবন আগপিনৰ বাৰাণ্ডাতে জুপুকা লাগি বহি আছিল। তেওঁ কলে—"নেলাগে ৰভাতলৰ লাইট জ্বলাব। এইখনতো বিয়া হোৱা নাই!"

অবনৰ কথাষাৰ কঠুৱা যেন লাগিলেও তাৰ মাজত ফুটি উঠা দুখৰ ভাবটো সকলোৱে উপলব্ধি কৰিলে।

গতিকে কোনেও একো নেমাতিলে।

পিছে খন্তেক পিচতে দেখা গ'ল—ঘৰৰ ভিতৰৰ লাইটবোৰ কোনো-বাই জ্বলাই দিছে। আগফালৰ বাৰাণ্ডাৰ বাল্বটোও জ্বলি উঠিল। তাৰ পোহৰে ৰভাতলখনো কিছু পোহৰাই তুলিলে।

ৰাতি সাত বাজি গ'ল।

এনেতে হঠাৎ গেটৰ মুখত শুনা গ'ল মটৰৰ শব্দ।

আগফালে থকা সকলোৱে ব্যস্ত হৈ সেইফালে চালে। দেখিলে—ইন্দ্ৰনাথৰ মটৰখন ঘূৰি আহিছে।

## ওঠৰ

মটৰৰপৰা নমাৰ লগে লগে ইন্দ্ৰনাথহঁতক অবন আৰু তেওঁৰ মোমায়েকহঁতে বেঢ়ি ধৰিলে।

আকুল ব্যস্তভাৱে অবনে ইন্দ্ৰনাথক সুধিলে—"কি খবৰ? আপোনা-লোক দৰাঘৰ পালেগৈ নহয়?"

ইন্দ্ৰনাথে ঠোৰতে 'অঁ' বুলি কৈ বাকীখিনি ক'বৰ বাবে ৰভাতললৈ আগবাঢ়ি আহিল। লগে লগে সৰু জোঁৱায়েক পবন আৰু মটৰৰ কাষত গোট খোৱা সকলো।

সকলোৰে মুখত গভীৰ উৎকণ্ঠা, গুণগুণনিঃ কি বা খবৰ লৈ আহিছে তেওঁলোকে?

ইন্দ্ৰনাথহঁত আহি পোৱাৰ খবৰটো লগে লগে ভিতৰতো প্ৰবেশ কৰিলেগৈ।

ঘৰৰ ভিতৰতো খৌকি-বাথৌ লাগিল।

কোনোবা এটাই ৰভাতলৰ লাইটবোৰ জ্বলাই দিছিল।

সকলোৰে কৌতূহল নিবৃত্ত কৰিবৰ কাৰণে ইন্দ্ৰনাথ ৰভাতলতে এখন চকীত বহি পৰিল। তেওঁৰ কাষতে বহিল অবন আৰু আন কেইজনমান। বাকীবোৰে থিয় হৈয়ে ইন্দ্ৰনাথৰ কথা শুনিবলৈ আকুল হৈ পৰিছিল।

একেটা পৰিস্থিতিয়েই সৃষ্টি হৈছিল ভিতৰতো।

ইন্দ্ৰনাথহঁত আহি পোৱাৰ লগে লগে গোস্বামীকে ধৰি কইনাৰ জেঠায়েক, মাহীয়েক, খুৰীয়েকহঁত বাহিৰ ওলাই আহিল আৰু পবনক ভিতৰলৈ মাতি নি এটা কোঠালীত আটাইবোৰ সমবেত হৈ উপৰ্যুপৰি প্ৰশ্ন কৰি গ'ল। পবনে ধীৰে ধীৰে কৈ গ'ল সকলো।

এইপিনে অবনহঁতৰ আগত ইন্দ্ৰনাথে আৰম্ভ কৰিছিলঃ

"আমি গোটেইছোৱা বাট তেওঁলোকক লক্ষ্য কৰি গৈছিলোঁ, কিন্তু ক'তো তেওঁলোকৰ গাড়ী চকুত নপৰিল। বহুখিনি বাট যোৱাৰ

পিচতো যেতিয়া তেওঁলোকক লগ নেপালোঁ তেতিয়া গাড়ীৰ স্পিড্ বঢ়াই দিলোঁ। ডুবন্টাৰ বাট ডেৰ ঘণ্টাতকৈও কম সময়তে অতিক্রম কৰি গৈ দৰাঘৰত উপস্থিত হলোঁগৈ।

"কিন্তু গেটৰ মুখত মটৰৰপৰা নামি আমি আচৰিতঃ আমাক আগবঢ়াই নিয়া দূৰৰ কথা, কোন আহিছেনো বুলি চাবলৈকো এজন মানুহ ওলাই নাহিল। আমি নিজেই আগুৱাই গলোঁ।

"ৰভাতলত ভৰি দিয়ে লক্ষ্য কৰিলোঁ—বিয়াৰ আয়োজন তেওঁলোকৰ সম্পূৰ্ণ আছে। আমাক দেখি দৰাৰ এজন খুৰাক আৰু ককায়েক ভিতৰৰপৰা ওলাই আহি আমাক চিনি নেপাই সুধিলে, 'আপোনালোক কোন? ক'ৰপৰা আহিছে?'

"আমি সমুচিত উত্তৰ দিয়াৰ পিচত তেওঁলোকে বিশেষ কোনো আগ্ৰহ প্ৰকাশ নকৰি কেৱল ভদ্ৰতাৰ খাতিৰত ভিতৰলৈ—মানে বাহিৰৰ এটা কোঠালৈ মাতি নি বহুৱালেগৈ। কোঠাটোত প্ৰবেশ কৰি দেখিলোঁ—সেইটো তেওঁলোকৰ চ'ৰাঘৰ।

"বোধহয় আমি যোৱা খবৰটো ভিতৰত দৰাৰ বাপেকক কোনোবাই দিলেগৈ। তেওঁ ওলাই আহিল। আমাৰ পৰিচয় লৈ তেৰোঁ বহিল ওচৰতে। ইতিমধ্যে কোঠাটোত মানুহ আৰু কেবাজনো গোট খাইছিল।

"দৰাৰ বাপেকেই প্ৰথমতে কথা আৰম্ভ কৰিলেঃ 'অঁ, কইনাৰ ককায়েকে কৰা টেলিগ্ৰামখন আমি আজি ৰাতিপুৱা দহমান বজাত পালোঁ।'

"আমিতো অবাক! কইনাৰ ককায়েকে আকৌ কেতিয়া টেলিগ্ৰাম-খন কৰিলে! ময়ে সুধিলোঁ—'কি টেলিগ্ৰামৰ কথা কৈছে আপুনি?' বুঢ়াই নিৰ্বিকাৰ ভাৱে ক'লে—'কেলেই, বিয়া নহব বুলি কৰা টেলিগ্ৰাম!'

"আমিতো হতবাক। বুঢ়াটোৱে কৈছে কি? মূৰৰ কিবা গণ্ডগোল আছে নেকি? আমি দুয়ো একো বুজিব নোৱাৰি এবাৰ দৰাৰ ককায়েকলৈ, এবাৰ খুৰাকলৈ আৰু আনবাৰ বাকীবোৰৰ মুখলৈ চাই শেহত বুঢ়াক আকৌ সুধিলোঁ—'আপুনি কি টেলিগ্ৰাম কৰাৰ কথা কৈছে আমি বুজিব পৰা নাই। আমিতো কইনাঘৰীয়া মানুহ।



জোৰোণ গৈ নোপোৱা দেখি বিচুৰ্তি খাই গাড়ী দৌৰাই তাৰ খবৰ লবলৈহে আহিছোঁ—জোৰোণ কিয় নগল বুলি! আপুনি আকৌ কৈছে টেলিগ্ৰাম পোৱাৰ কথা! টেলিগ্ৰাম কৰা হলে আমি এইদৰে উধাতু খাই কিয় আহিলোঁহেঁতেন? আৰু বিয়া! বিয়া নহব কিয়? আমিতো বিয়া বন্ধ কৰা নাই!'

"মোৰ কথাত বুঢ়াই আশ্চৰ্য্য প্ৰকাশ কৰিলে আৰু বুজিব নোৱৰা হাঁহি এটা মাৰি কলে—'মিছাকৈ ল'ৰা-ধেমালিখন কিয় কৰিছে? আপোনালোকৰ কইনাঘৰৰপৰা টেলিগ্ৰাম পাই আমি বুজিলোঁ যে আচলতে আমাৰ লগত সম্পৰ্ক কৰিবলৈ আপোনালোকৰো ইচ্ছা নাই। এনেয়ে আহ-যাহ, চিঠিৰ আদান-প্ৰদান।'

"বুঢ়াৰ কথাৰ অৰ্থ একো বুজিব নোৱাৰি আমি কিংকৰ্তব্যবিমূঢ় হোৱাৰ দৰে খন্তেক তলকা মাৰিলোঁ। এনেতে শালপতিয়ে মাত লগালেঃ 'বাৰু ঠিক আছে, টেলিগ্ৰামখন আমাক দেখুৱাব পাৰিবনে?' বুঢ়াই টপৰাই কলে—'নিশ্চয় পাৰিম।' এইবুলি ওচৰতে থকা এটা বুজন বয়সীয়া ল'ৰালৈ চাই বুঢ়াই হুকুম দিলে—'যাচোন প্ৰভাত, অথনি পোৱা টেলিগ্ৰামখন লৈ আহগৈ। তইঁতৰ হাততে আছে নহয়!'

"ল'ৰাটো আঁতৰি গ'ল। আমাৰ মূৰত যেন স্বৰগ ভাগি পৰিল। শালপতি আৰু মই দুয়ো দুয়োৰো মুখলৈ চোৱাচুই কৰিবলৈ ধৰিলোঁ।

"প্ৰায় ছয়-সাত মিনিটমানৰ পিচতে সেই ল'ৰাটোৱে ৰঙচুৱা কাগজ এখন লৈ ওলাই আহিল। ল'ৰাটোৱে কাগজখন বুঢ়াক দিলে। বুঢ়াই আমাক দিলেঃ 'এইখন চাওক; এইটো তলত কইনাৰ ককায়েকৰ নাম।'

"আমাৰ মনত যি অকণমান উৎকণ্ঠা আছিল, এইবাৰ তাৰ পূৰ্ণ সমাপ্তি ঘটিল। কিন্তু ই-কি আচৰিত ঘটনা! বিয়া বন্ধ বুলি কোনে টেলিগ্ৰাম দিলে? এইটো নিশ্চয় কোনোবা শত্ৰুৰ অভিসন্ধি।

"আমি টেলিগ্ৰামখন পঢ়ি বুঢ়াক ঘূৰাই দিয়াৰ লগে লগে দৰাৰ খুৰাকে মাত লগালেঃ 'কি হ'ল? এতিয়াও বিশ্বাস কৰিব পৰা নাই নেকি?' মানুহজনৰ কথাষাৰৰ ব্যঙ্গতাই আমাক বাৰুকৈয়ে হানিলে! আমি দুয়ো প্ৰায় একেলগেই দৃঢ় মাতেৰে প্ৰতিবাদ কৰিলোঁ—'নহয়, নহয়, এইটো নিশ্চয় কোনোবা দুষ্ট মানুহৰ কাৰচাজী। কইনাপক্ষৰ

কোনোবা গুপ্ত শত্ৰুৰ নীচ ষড়যন্ত্ৰ। কইনাৰ ককায়েকৰ নামেৰে এই টেলিগ্ৰাম কৰি কোনোবা চৰতানে ইমান এটা আয়োজন নষ্ট কৰি দিবং চাইছে।' এই বুলি নিজৰ লাজ-মানলৈ নেচাই আমি বৰ কাতৰ-ভাৱে তেওঁলোকক কলোঁ—'আপোনালোকে বিশ্বাস কৰক, এইটো একেবাৰে মিছা কথা। বিয়া আমি কেতিয়াও ভঙা নাই। আপোনা-লোকে মন পেলাই নিদিব। এই বিয়া হব। হবই লাগিব। অৱশ্যে আজি আৰু জোৰোণ দিবলৈ যোৱাৰ সময় নাই। এটা বিকল্প ব্যৱস্থা কৰিব লাগিব।'

"আমাৰ কথা শুনি দৰাৰ ককায়েকে এইবাৰ মাত লগালে: 'বেয়া নেপাব, আপোনালোকে যি বিকল্প ব্যৱস্থা লবলৈ প্ৰস্তাৱ দিছে আমি তাক গ্ৰহণ কৰিব নোৱাৰিম।'

"শালপতিয়ে টপৰাই সুধিলে—'কেলেই?' দৰাৰ ককায়েকে কলে—'কাৰণ এই বিয়া হব নোৱাৰে। এই বিয়া অবিধেয়। আজি ৰাতিপুৱা টেলিগ্ৰামখন নোপোৱা হলেও আমি আপোনালোকৰ সৈতে সম্পৰ্ক নকৰিলোঁহেঁতেন। তাৰ প্ৰতিব্যৱস্থা ইতিমধ্যে কৰাই হৈছে।'

'মানে?' মই সুধিলোঁ। একেই কঠুৱা মাতেৰে দৰাৰ ককায়েকে উত্তৰ দিলে—'আমাৰ ল'ৰালৈ বেলেগ ছোৱালী ঠিক কৰা হৈছে।'

...ঠিক এনে সময়তে অবনে প্ৰায় চিঞৰ মাৰি উঠাৰ দৰে উঠিল: "কি ক'লে? তেওঁলোকৰ ল'ৰালৈ অন্য ছোৱালী ঠিক কৰিছে? ক'ত? কাৰ ঘৰৰ?"

ইন্দ্ৰনাথে ক'লে—"আমি সুধিছিলোঁ; দৰাৰ ককায়েকে প্ৰথমতে কবলৈ টান পাইছিল। শেহত কলে—কোনোবা উকীলৰ ছোৱালী হেনো। সেই ছোৱালীৰ লগত অনুপমৰ আগৰে চিনাকি। বিয়াও একপ্ৰকাৰ ঠিক হৈ আছিল।"

"বিয়া ঠিক হৈ আছিল!" অবন যেন উন্মাদেই হৈ উঠিল—"তেনে-হলে সি পাষণ্ডই আমাৰ ছোৱালীক বিয়া কৰাবলৈ আহিছিল কিয়? উস্ ভগবান! তুমি এইবোৰ কি খেলা দেখুৱাইছা? কি লীলা দেখুৱাইছা?"

ইন্দ্ৰনাথে কলে—"কথা আৰু আছে ককাইদেউ! আমি যি বুজিলোঁ, দোষ বেছি অনুপমৰ গাতেই। সিয়েই এইখন হঁহা-কন্দাৰ কাণ্ড ৰচনা



কৰিছে। আচলতে দৰাৰ গাৰ্জেনহঁতৰ গাত বৰ দোষ নাই। অনুপমে আৰু কি কৰিছে জানে?"

"কি কৰিছে?"—অবনৰ মাতটো অস্থিৰ, ক্ষোভপূৰ্ণ।

ইন্দ্ৰনাথে ক'লে—"সি তাত আমাৰ ছোৱালীৰ বদনাম গাই ফুৰিছে। জুনুৰ হেনো আগতে এবাৰ বিয়া ভাগিছে। এতিয়াও বোলে ওচৰৰ কোনোবা ল'ৰা এটাৰ লগত তাইৰ অবৈধ সম্পৰ্ক আছে। সেই ল'ৰাটোৰ হাতত তাইৰ হাতৰ চিঠি আছে ইত্যাদি।

"কথাবোৰ শুনি খঙত অধৈৰ্য্য হলেও আমি একো অপ্ৰীতিকৰ পৰিস্থিতি সৃষ্টি নকৰিলোঁ। তথাপি সেই বিষয়ে, জুনুৰ প্ৰতি কৰা বিদ্ৰূপ, নিৰ্লজ্জ মন্তব্যবোৰৰ বিষয়ে তাক লগ ধৰি সুধি চাবৰ মনেৰে কন্দৰ্পক কলোঁ—'ঠিক আছে, আমি ল'ৰাৰ লগত এই বিষয়ে অলপ কথা হব খোজোঁ। আমাক তেওঁক লগ কৰি দিয়ক।' আমাৰ কথা শুনি কন্দৰ্পই ভ্ৰূকুটি কৰাৰ দৰে সুধিলে—'তাৰ মানে ল'ৰাৰ সতে এখুন্দা লাগিব খুজিছে নেকি? সেই সুবিধা আপোনালোকক এতিয়া দিয়া নহব। কাৰণ আজিৰপৰা ল'ৰাৰ হবিষ; হবিষীয়া গাৰে সি আপোনালোকৰ লগত তৰ্কযুদ্ধত নামিব নোৱাৰে। মূঠৰ ওপৰত আপোনালোকৰ ছোৱালীৰ লগত আমাৰ সম্বন্ধ নঘটে। আপোনালোকে নিজে আহি খবৰ-খাটি লোৱাত আমি সুখী হৈছোঁ। এতিয়া আপোনা-লোকে চাহ-জলপান খাই সসন্মানে বিদায় গ্ৰহণ কৰিলেই আমি কৃতাৰ্থ মানিম।'

"দৰাৰ ককায়েকৰ প্ৰচ্ছন্ন ভ্ৰূকুটিপূৰ্ণ নাটকীয় সুৰৰ কথা কেইটাত আমি বৰ স্পৰ্ধিত আৰু অসন্মানিত বোধ কৰিলোঁ। কলোঁ—'এটা কথা, আপোনালোকে এই পৰিস্থিতিক যিমান লঘুভাৱে লৈছে, আমি পৰা নাই; নোৱাৰোঁ। কিয়নো এই পৰিস্থিতিৰ ওপৰত আমাৰ ছোৱালীৰ ভবিষ্যত নিৰ্ভৰ কৰিছে। সেইদেখি কইনাৰ ভিনিহিয়েক হিচাপে আমি আপোনালোকৰ ওচৰত কৰযোৰে মিনতি কৰিছোঁ—ছোৱালীজনীৰ জীৱনটোৰ কথা এবাৰ ভাবি চাওক; বিশেষকৈ ব্ৰাহ্মণ সম্প্ৰদায়ৰ ছোৱালী এজনীৰ গাত এনে চেকা পৰিবলৈ হলে তাইৰ ভবিষ্যতটো একেবাৰে বৰবাদ হব। আপোনালোকে ল'ৰাৰ কথাৰ ওপৰতে এঘৰ ভদ্ৰবংশৰ মানুহৰ লগত বেয়া হব খুজিছেনে?"

উত্তৰত দবাৰ বাপেকে ক'লে—'সেইটো আৰু সম্ভৱ হোৱাৰ কোনো উপায় নাই। আজি সিজনী ছোৱালীক জোৰোণ পিন্ধাই অহা হৈছে; এতিয়া সেইজনী ছোৱালীৰ কি গতি হব? আৰু এযাৰ কথা কওঁ, বেয়া নেপাব; আপোনালোকে ভদ্ৰবংশৰ মানুহ বুলি পৰিচয় দিছে সঁচা, সেইটো আমিও জানো; কিন্তু আপোনালোকৰ বংশৰ সন্মান আপোনালোকৰ ছোৱালীয়ে ৰাখিব পৰা নাই। আপোনালোকৰ ছোৱালী চৰিত্ৰহীনা।'

আমাৰ প্ৰায় ধৈৰ্য্যচ্যুতি ঘটিছিল; তথাপি যথাসম্ভৱ সংযত হৈ কলোঁ—'এটা কথা, আপোনালোকো তথাকথিত সম্ভ্ৰান্তবংশৰ মানুহ। এনে-স্থলত লোকৰ মুখত শুনি এজনী ছোৱালীৰ ওপৰত এনে অপযশ জাপি দিয়াটো সমূলি শোভনীয় হোৱা নাই। তেনেকৈ হলে আমিও ঘোষণা কৰিব পাৰোঁ—আপোনালোকৰ ল'ৰা......'

"ঠিক এনে সময়তে শালপতিয়ে মোক বাধা দিলে। হয়তো পৰিস্থিতিয়ে চৰম ৰূপ লয় বুলিয়ে তেখেতে মোৰ খং সম্বৰণ কৰিবলৈ যথাসাধ্য চেষ্টা কৰি ক'লে—'বাদ দিয়ক, এতিয়া ইয়াত তৰ্ক কৰি থাকি একো লাভ নাই। আমাৰ ছোৱালী বজাৰৰ পকা আম নহয় যে গ্ৰাহকে নিনিলেই গেলি যাব। এই ক্ষেত্ৰত আমাৰো এটা সন্মান আছে। আমি ইয়াত কাজিয়া কৰিবলৈ অহা নাই।'

"তেখেতৰ কথাত মই অলপ ধৈৰ্য্য ধৰিলোঁ আৰু তেখেতৰ কথামতেই সোনকালে উভতি অহাটোকে যুক্তিযুক্ত যেন বিবেচনা কৰি বহাৰপৰা উঠিলোঁ। তেখেতো উঠিল।

"আমি উঠা দেখি অনুপমৰ বাপেক আৰু দদায়েকে একেলগে মাত লগালে: 'ৰবচোন, আপোনালোক দেখোন উঠিলেই যাবলৈ! ৰব, বহক, ইমানদূৰ বাট মটৰ দৌৰাই আহিছে, শুদামুখে ঘূৰি যাব কিয়? অন্ততঃ চাহ একোটোপাকে—'

"আমি তীব্ৰভাৱে আপত্তি কৰিলোঁ: 'নেলাগে, আপোনালোকৰ পৰা যি ব্যৱহাৰ পালোঁ তাতেই সন্তুষ্ট; আমাৰ ভোক-পিয়াহ সব গুচিছে। এতিয়া চাহ-তামোল খাই বহি থাকিলে আমাৰ নহব। আমি আহিলোঁ।'—এইবুলি তেওঁলোকৰ কোনো হকা-বধালৈ কাণ নকৰি আমি গোঁ-গোঁৱাই গুলাই আহিলোঁ।"



"আহোঁতেও আমাৰ গাড়ী ফুল স্পিডত আহিছে। বোধহয় পেট্ৰল নভৰালে আৰু চলাব পৰা নেযাব।"

সেইখিনিলৈকে কৈ ইন্দ্ৰনাথ ৰ'ল।

একেৰাহে ইমানখিনি কথা কৈ আহি তেওঁ যেন ভাগৰি পৰিছিল—তাতে গাড়ী চলোৱা ভাগৰতো আছিলেই।

কিন্তু তেওঁ ভাগৰ মাৰিবলৈ নেপালেই, হঠাৎ কিবা এটা মনত পৰি অবনে সুধিলে—"বাৰু এটা কথা নহয়, সি ননচেন্সে যে আমাৰ ছোৱালীৰ বিষয়ে কুৎসা ৰটি ফুৰিছে, কাৰ লগত? কোন ল'ৰাৰ হাতত তাইৰ চিঠি আছে? সুধিছিল নে সেই বিষয়ে কিবা?"

ইন্দ্ৰনাথে ক'লে—"নাই সোধা; আৰু সুধিবলৈ অনুপমক তো আমি লগেই নেপালোঁ। সি ভিতৰৰপৰা নোলালেই।"

অবনে অলপ গহীনভাৱে ক'লে—"ঠিক আছে, মই কিন্তু বুজিছোঁ সেইটো কোন। মোৰ জাল নামত কোনে টেলিগ্ৰাম কৰিছিল মই তাকো ধৰিব পাৰিছোঁ।"

"কোন নো? কি নাম?"

"নাম এতিয়া নকওঁ। কিন্তু তাক পালে মই সুদাই নেৰোঁ। তাকো পানী খুৱাইহে এৰিম।"

এইবুলি গিৰিপকৈ বহাৰপৰা উঠি অবন ভিতৰলৈ বুলি সোমাই গ'ল।

## উনৈশ

এপিনে ইন্দ্ৰনাথ আৰু আনপিনে পৱনৰ মুখৰপৰা সকলো কথা বিস্তৃতভাৱে জনাৰ পিচত ঘৰখনত এক নতুন অৱস্থাৰ উদ্ভৱ হ'ল।

স্বৰগ-পৰা মানুহৰ দৰে গোস্বামী বহুখিনি পৰ থৰ লাগি থাকিল। তেওঁৰ পত্নীয়ে হুবাওবাৱে কান্দিলে। কান্দোনৰ অব্যাহত সুৰ শুনা গ'ল কইনাৰ কোঠাতো।

এই সকৰুণ, মৰ্মদাহী পৰিস্থিতিত গোস্বামীয়ে যেন চতুৰ্দিশ ধুঁৱলি-কুঁৱলী দেখিলে। পৱনহঁত থকা কোঠালীটোতে তেওঁ এখন চকীত বহি পৰিল আৰু অনুতাপদগ্ধ কঁপা কঁপা মাতেৰে কবলৈ ধৰিলেঃ "ভুল! মোৰেই ভুল সকলো। ময়ে তাইৰ জীৱনটো নষ্ট কৰিলোঁ। ইহঁতে কিমান আপত্তি কৰিছিল, কিমান বাধা দিছিল মোক! তায়ো কিমান কৈছিল মাকৰ আগত! কিন্তু মই কাৰো কথা নুশুনিলোঁ। কাৰো আঁপত্তিলৈ কাণসাৰ নকৰি মই নিজৰ বিবেচনা মতেই বিয়াত আগবাঢ়িলোঁ। উস্! কি যে কালসাপটোক বিশ্বাস কৰি মই বুকুত সুমুৱাই ল'ব খুজিছিলোঁ। ভগবান! তুমি নিশ্চয় ক'ৰবাত আছা! সেয়ে মোৰ এই চেষ্টাক, মোৰ ইচ্ছা-আকাঙ্ক্ষাক তুমি পূৰ্ণ হবলৈ নিদিলা। দিয়া হলে হয়তো তাৰ ফল আৰু ভয়ানক হ'লহেঁতেন।"

খন্তেক বৈ আকৌ ক'লে—"নাই, নাই, এয়া একো বেয়া হোৱা নাই; একো নোহোৱা কথা হোৱা নাই! ঈশ্বৰে যি কৰে ভালেই কৰে!......কিন্তু এই কথা তাইক মই বুজাওঁ কেনেকৈ? তাইৰ মাককে বা বুজাম কেনেকৈ? হেৰ' তহঁত কোন ক'ত আছ; যাচোন তাইক বুজা গৈ—তাইৰ মাকক বুজা গৈ। মই নোৱাৰোঁ..... মোৰ যে মূৰটো বৰকৈ ঘূৰাইছে ......উস্......।"

কথা কৈ কৈ তেওঁ ঢলি পৰিব খোজা দেখি পৱন আৰু আন দুজনমানে তেওঁক তৎক্ষণাতে ধৰি পেলালে আৰু তেওঁৰ মনৰ অৱস্থা বুজি পৰম ক্ষিপ্ৰতাৰে যথাযোগ্য তৎপৰতা অৱলম্বন কৰিলে।



ইপিনে অৱন!

অৱনৰ কি হৈ গৈছে তেওঁ যেন একো ক'ব পৰা নাই। এবাৰ ভিতৰলৈ এবাৰ বাহিৰলৈ অস্থিৰভাৱে ওলোৱা সোমোৱা কৰি তেওঁ যেন কাৰোবাক গালি পাৰিছে, কাৰোবাক ধমকি দিছে, কাৰোবাক যেন ছুই কিলাব খুজিছে।

তেওঁৰ মনৰ গতি-গোত্ৰ কোনেও ধৰিব পৰা নাই—কোনেও আয়ত্ব কৰিব পৰা নাই।

এবাৰ অকস্মাতে তেওঁ ইন্দ্ৰনাথক ওচৰলৈ মাতিলে। ইন্দ্ৰনাথে একাপ চাহ লৈ থিয় হৈয়ে খাই আছিল। অৱনৰ মাতত ওচৰ চাপি আহিল।

অৱনে ক'লে—"আপুনি বেগেতে চাহকাপ খাই লওকচোন, মোৰ লগত এতিয়া একালে যাব লাগিব।"

ইন্দ্ৰনাথে সুধিলে—"কোন ফালে?"

"পিচত গম পাব। এতিয়া বেগেতে মোৰ লগত ওলাওক।"

ইন্দ্ৰনাথে কাপোৰ পিন্ধিয়ে আছিল। লৰালৰিকৈ তেওঁ চাহকাপ খাই শেষ কৰিলে।

অলপ সময়ৰ পিচত ইন্দ্ৰনাথক লগত লৈ অৱন ওলাই গ'ল। তেওঁক হাতত এটা ডুবেটেৰীয়া ডাঙৰ আকাৰৰ টৰ্চলাইট।

অৱনৰ মনৰ অৱস্থা বুজিয়ে ইন্দ্ৰনাথে তেওঁক পুনৰ কোনো প্ৰশ্ন নকৰিলে। জেঠৈৰীয়েকৰ পিচে পিচে তেওঁ কেৱল আগবাঢ়িল।

ৰাতিৰ শান্ত আলিবাট। তাতে আঘোণ মাহৰ পাতল জাৰ। আলিবাটত মানুহৰ সমাগম প্ৰায় নাছিলেই। কেৱল সেৰেঙা-সেৰেঙিকৈ দুই-এখন মটৰ আৰু ট্ৰাক অহা-যোৱা কৰি আছিল।

বাটৰ দাঁতিৰ লাইট-প'ষ্টৰ পোহৰে আলিবাটটো পহৰা দি আছিল।

ঘৰৰ পৰা ওলাই আধামাইলমান বাট খোজ কাঢ়ি গৈ অৱনহঁত যিটো পদূলি-মুখত ৰ'ল গৈ, সেইটো অনন্তহঁতৰ পদূলি।

অৱশ্যে ইন্দ্ৰনাথে তেতিয়ালৈকে সেই কথা জনা নাছিল।

'আহক' বুলি অৱন সৰু পদূলিটোৰেদি সোমাই গ'ল। ইন্দ্ৰনাথে জেঠৈৰীয়েকক অনুসৰণ কৰিলে।

সৰু পদূলিটোৰেদি সোমাই গৈ এখন আহল-বহল চোতালত উপস্থিত হৈ অবনে মাত লগালেঃ "অনন্ত! হেৰা অনন্ত!"

কোনো সঁহাৰি নাই।

পাঁচ মিনিটমানৰ পিচতে এটা সৰু ল'ৰাৰ লগত এজনী গাভৰু ছোৱালী ওলাই আহিল। ছোৱালীজনীৰ হাতত এটা লেম্প।

ছোৱালীজনীয়ে কিছু অনভ্যস্ততাৰে সুধিলে—"ক'ৰ পৰা আহিছে আপোনালোক?......অ' অবন ককাইদেউ দেখোন! আহক ককাইদেউ! ভিতৰলৈকে আহক।"

ছোৱালীজনীলৈ ইন্দ্ৰনাথে কিছু তীক্ষ্ণভাৱে চাইছিল। কিন্তু স্পষ্ট নেদেখিলে; কাৰণ লেম্প পোহৰটো তাইৰ মুখত ভালকৈ পৰা নাছিল।

অবনে কলে—"নাই, মোৰ সময় নাই। অনন্ত নাই নেকি ঘৰত?"

"ককাইদেউ নাই: আজি ৰাতিপুৱাই সি ঘৰৰপৰা ওলাই গৈছে, তাৰ পৰা অহাই নাই। দুপৰীয়া ভাত খাবলৈকো নাহিল। স্কুল কৰিলেনে নাই তাকো ক'ব নোৱাৰোঁ। কিবা দৰকাৰ আছিল নেকি তাৰ লগত ককাইদেউ?"

অবনে তাৰ উত্তৰ নিদি সুধিলে—"ক'লৈ গৈছে সি একো কৈ যোৱা নাইনে?"

"নাই কোৱা।"

অবনে আকৌ সুধিলে—"তোমাৰ মাৰা ঘৰত আছেনে নাই? আছে যদি মাতাচোন!"

অবনৰ কথাত ছোৱালীজনী নিশ্চয় আচৰিত আৰু বিস্মিত হৈছিল। তাই ক'লে—"মাক মাতোঁ বাৰু; আপোনালোক ভিতৰত বহকহিচোন।"

"নাই, বহিবৰ সময় নাই; মই যি কৈছোঁ তাকে কৰা।"

এইবাৰ ছোৱালীজনীয়ে থত্‌মত খালে। বোধহয় অবনৰ লগত তাই আজিয়ে প্ৰথম কথা পাতিছে।

কিন্তু অনন্তৰ ভনীয়েকে মাকক মাতিবলৈ যাবলগীয়া নহ'ল; তেওঁ নিজেই ভিতৰৰপৰা ওলাই আহিল। সম্ভৱ জীয়েকৰ লগত বাহিৰত কাৰো-বাৰ কথোপকথন হোৱা তেওঁ ৰান্ধনি-ঘৰৰপৰাই শুনিবলৈ পাইছিল।



অনন্তৰ মাকে মাত লগাবলৈ পোৱাৰ আগতেই অবনে সুধিলে—"হেৰি নহয়, অনন্ত ক'লৈ গ'ল ক'ব নোৱাৰে নে আপোনালোকে?"

"নোৱাৰোঁ বোপাই! অইন দিনা ৰাতিপুৱা সি তেনেকৈ ওলাই নেযায়েই; গলেও মোক কৈ যায়। আজি কিন্তু চাহ টোপা খায়ে ওলাই গ'ল। ক'লৈ গ'ল একো কৈয়ো নগ'ল। সেইদেখি বৰ চিন্তা লাগি আছে বোপাই। তুমি বাৰু তাক—"

"মোৰ দৰকাৰ আছিল তাক লগ পাবৰ। বাৰু আমি এতিয়া যাওঁ।"

অবন ঘূৰিল।

অনন্তৰ মাকে কিছু বিস্ময়েৰে সুধিলে—"তুমি নবহিলাও। অঁ এওঁ লগত কোন? তোমালোকৰ ডাঙৰ জোঁৱায়েৰা নহয় জানো?"

অবনে তাৰ উত্তৰ নিদি যাবলৈ উদ্যত হোৱাত বুঢ়ীয়ে হঠাতে সুধিলে—"অ' হেৰি নহয় বোপাই, আচল কথাটোকে সুধিবলৈ পাহৰিছোঁ! জোৰোণ-যাত্ৰী নেপালেহি নহয় হব পায়? কিয় নাহিল কিবা গম-গতি পালানে?"

যেন দপ্‌দপকৈ জ্বলি থকা জুই একুৰাতহে ঘিউ পৰিল।

অবনে কলে—"নাই পোৱা।"

আৰু কৈয়ে তেওঁ সোঁ-সোঁ কৰে পদূলি-মুখৰ ফালে আগবাঢ়ি গ'ল। ইন্দ্ৰনাথে অনন্তৰ মাক আৰু ভনীয়েকৰ ফালে চাই সাধাৰণভাৱে ক'লে—"ভাল বাৰু আহোঁ।"

আৰু কৈয়ে তেৱোঁ অবনৰ লগত খোজ চলাই দিলে।

বুঢ়ীয়ে হয়তো আৰু কিবা সুধিলেহেঁতেন; কিন্তু সুবিধা নেপালে। চকুৰ পলকতে অবনহঁত পদূলি-মুখ উঠিলগৈ।

আচলতে অবনৰ এই কাৰ্য্যৰ অৰ্থ বুজিব নোৱাৰি ইন্দ্ৰনাথ অতিশয় বিস্মিত হৈ উঠিছিল। সেয়ে মনৰ খচ্‌মচনি দমাব নোৱাৰি তেওঁ সুধিলে—"কি হ'ল? অনন্তক কিয় বিচাৰিছিল?"

যি খঙাল মূৰ্তিত আছিল, সেই খঙেৰেই অবনে উত্তৰ দিলেঃ "আপোনালোকে দেখিছোঁ কথাবোৰ বৰ বেলিকৈ বুজে। নেজানে নেকি, এই বুঢ়ীৰ পুতেকেই বিয়াখন ভাঙিলে। টেলিগ্ৰামখন সিয়ে কৰিছিল।"

ইন্দ্ৰনাথে সুধিব খুজিছিলঃ "আপুনি কেনেকৈ জানিলে?"

কিন্তু সোধা নহ'ল। ঘৰমুখে খোজ পেলাব খোজা ইন্দ্ৰনাথক বাধা দি অৱনে ক'লে—"সেইপিনে নহয়, এইপিনে আহক। থানালৈ যাব লাগিব।"

"থানালৈ?"

"ওঁ তাক মই পানী খুৱাইহে এৰিম। সি কাৰ লগত এই জালবাজী কৰিছে জনা নাই। মই জনাই দিম।"

কৈ কৈ অৱন আগ বাঢ়িল।

ইন্দ্ৰনাথেও যন্ত্ৰবৎ তাকেই কৰিলে।

---